# হেৰাই যোৱা দিনবোৰ




শ্ৰীদেবেশ্বৰ শৰ্মা

প্ৰকাশক
শ্ৰীসুব্ৰত শৰ্মা
মণিৰাম দেৱান লে'ন
চান্দমাৰী
গুৱাহাটী-৭৮১০০৩

প্ৰথম সংস্কৰণ
১৯৮০

বেচ—৫০·০০ টকা

মুদ্ৰণ
শ্ৰীগুৰু প্ৰেছ
গুৱাহাটী-৭৮১০১১

# উৎসৰ্গা

ভাৰতৰ স্বাধীনতাৰ অৰ্থে মুক্তি যুদ্ধত অনেক জনে জীৱন আহুতি দিলে। লক্ষ লক্ষ লোকে কাৰাবাস খাটিলে আৰু অবৰ্ণনীয় কায়িক ক্লেশ আৰু আৰ্থিক ক্ষতি ভোগ কৰিলে। সেইবিলাকৰ প্ৰায়ভাগেই ৰাইজৰপৰা ব্যক্তিগত কিম্বা সামূহিকভাৱে আদৰণি পাইছিল আৰু তেওঁবিলাকৰ বহুতৰে ইতিহাসত নাম যুগমীয়া হৈ ৰৈ যাব।

কিন্তু এই মুক্তি যুঁজাৰুসকলৰ কাৰো স্বামী বা স্ত্ৰী, পিতা-মাতা, ককাই-ভাই, বাই-ভনী, পো-জী, আৰু নিকট আত্মীয়-স্বজন কিছুমানে যি অবৰ্ণনীয় অভাৱ-অনাটন, কায়িক আৰু মানসিক কষ্ট কিম্বা মিলিটেৰী বা পুলিচৰ উৎপীড়ন সহ্য কৰিব লগা হৈছিল, স্বাধীনতা যুদ্ধত সেই কালৰ এই কষ্ট আৰু ত্যাগ স্বীকাৰ কৰা সকলে পৰোক্ষ-ভাৱে হলেও তেওঁলোকৰ বহুমূলীয়া অৱদানৰ প্ৰতি জনগণৰপৰা যেনেদৰে সশ্ৰদ্ধ স্বীকৃতি পাব লাগিছিল সেইদৰে পোৱা নাই। অথচ সেইসকলে নানা কষ্ট স্বীকাৰ কৰি, অশেষ যাতনা ভুগি, নিজৰ স্বাৰ্থত্যাগ কৰি মুক্তিযুঁজাৰুসকলক যদি উদগনি, অনুপ্ৰেৰণা দি আগবঢ়াই নিদিলেহেঁতেন তেনেহলে ভাৰতৰ স্বাধীনতা আৰু কেই যুগ পাছ হয়হঁকি গ'ল-হেঁতেন তাক কোৱা কঠিন।

স্বাধীনতা যুদ্ধৰ সফল সমাপ্তিৰ কাৰণে অশেষ পৰোক্ষ অৱদান যোগোৱা মুক্তি যুঁজাৰুসকলৰ পিতৃ-মাতৃ, ককাই-ভাই, বাই-ভনী, স্বামী-স্ত্ৰী আৰু একান্ত আত্মীয়সকললৈ এই নিঃকিনৰ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ চিন স্বৰূপে এই ক্ষুদ্ৰ পুস্তকখনি উৎসৰ্গা কৰিলোঁ।

# আগ-কথা

এই গ্ৰন্থৰ লেখক শ্ৰীদেবেশ্বৰ শৰ্মা ভাৰতীয়া ভাৰতৰ স্বাধীনতা যুদ্ধৰ এজন বিশিষ্ট ব্যক্তি আৰু অসমৰ ৰাজনীতিত সকলোৰে সুপৰিচিত নেতা। মহাত্মা গান্ধীৰ নেতৃত্বত পৰিচালিত ১৯২০-২১ চনৰ অসহযোগ আন্দোলনৰ দিনৰপৰা ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনৰ লগত তেখেত ঘনিষ্ঠভাৱে জড়িত থাকি দেশ-প্ৰেমৰ জ্বলন্ত প্ৰমাণ দি আহিছে। এনেভাৱে একেবাহে সুদীৰ্ঘকাল স্বাধীনতা যুঁজত সক্ৰিয়ভাৱে লাগি থকা দেশনেতা আৰু কৰ্মীৰ সংখ্যা ক্ৰমাণ্বয়ে কমি আহিছে। স্বাধীনতা লাভৰ পাছত শৰ্মাদেৱে দেশ গঠনৰ বিভিন্ন ক্ষেত্ৰত যেনে প্ৰশাসন আৰু গঠনমূলক কামত যথেষ্ট বৰঙনি যোগাই আহিছে। তেখেতে বয়সৰ হিচাপত চাবি কুৰি বছৰৰ দেওনা পাৰ হৈ সুস্থ আৰু কৰ্মঠ জীৱনেৰে আজিও দেশৰ সেৱাত ব্ৰতী হৈ আছে।

কোৱা বাহুল্য যে শৰ্মাদেৱৰ ৰাজহুৱা জীৱন ঘটনাবহুল। ছাত্ৰ অৱস্থাৰপৰা স্বেচ্ছাসেৱক হিচাপে জাতীয় জীৱনত যোগ দি একাধিকবাৰ কাৰাবৰণ কৰিছে। স্বাধীনতাৰ উত্তৰ কালত অসম বিধান সভাৰ সদস্য আৰু অধ্যক্ষ, মণিপুৰ ৰাজ্যত ভাৰত চৰকাৰৰ প্ৰতিনিধি, লোকসভাৰ সদস্য, অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি আৰু নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ কাৰ্য-নিৰ্বাহকৰ সদস্য, অসমত মন্ত্ৰীসভাৰ দায়িত্বপূৰ্ণ বিষয়-বাবত থাকি ৰাষ্ট্ৰীয় জীৱনৰ যথেষ্ট অভিজ্ঞতা লাভ কৰিছে আৰু তাৰ যোগেদি সাধ্যমতে দেশসেৱাৰ যোগান ধৰি আহিছে। এনে বিশিষ্ট ব্যক্তিৰ সংখ্যা অসমত সীমিত বুলি কব পাৰি।

ৰাষ্ট্ৰীয় আৰু প্ৰশাসনীয় ক্ষেত্ৰত ভূমিকা লৈ দেশ আৰু সমাজৰ সেৱা কৰা লোকৰ আত্মজীৱনী নিশ্চয় বহুতৰ কাৰণে, বিশেষকৈ আমাৰ যুৱক-যুৱতীসকলৰ বাবে, মূল্যবান আৰু পঠনীয়। কিন্তু আমাৰ অসমৰ শীৰ্ষস্থানীয় নেতাসকলে তেওঁলোকৰ আত্মজীৱনী বা অভিজ্ঞতাৰ স্মৃতিকথা প্ৰকাশ কৰিবলৈ আগ্ৰহী নহয়, কিয়নো তেওঁলোকে নিজৰ কাম-কাজৰ ডায়েৰী নাৰাখে; অৱশ্যে সাহিত্যৰ ক্ষেত্ৰত খ্যাতিলাভ কৰা ব্যক্তি-সকলৰ কেবাজনেও আত্ম-জীৱনী লিখিছে বা স্মৃতি-কথাৰ গ্ৰন্থ সৰু-বৰ আকাৰত প্ৰকাশ কৰিছে। কিন্তু ৰাজনৈতিক জীৱনৰ খলা-বমা বাটত অভিজ্ঞ ব্যক্তিসকলে তেনে গ্ৰন্থ অসমত প্ৰকাশ কৰা নাই। শ্ৰীদেবেশ্বৰ শৰ্মাদেৱে "হেৰাই যোৱা দিনবোৰ" গ্ৰন্থখন সংকলন কৰি এটা উল্লেখযোগ্য কাম সম্পাদন কৰিলে।

"হেৰাই যোৱা দিনবোৰ" দুশ পৃষ্ঠাৰ অধিক আকাৰত প্ৰকাশ হ'ল। এই গ্ৰন্থত লেখকে নিজৰ ছাত্ৰ অৱস্থাৰপৰা আৰম্ভ কৰি ১৯৭৬ চনলৈ দেশৰ ঘটনা প্ৰবাহত তেখেতৰ অভিজ্ঞতা আৰু মত প্ৰকাশ কৰিছে। ব্যক্তিগত জীৱনৰ পৰিচয় দিওঁতে লেখকে নিজৰ পৰিয়ালৰ বিষয়ে বাহুল্যভাৱে বৰ্ণনা কৰি গ্ৰন্থখন ভাৰাক্ৰান্ত কৰা নাই, ৰাজনৈতিক পৰিক্ৰমা বিশ্লেষণ কৰোঁতে লোক বিশেষৰ বৰ্ণনাত তেখেতে ব্যক্তিগত বিবেচনাৰ পৰা আৰু ঊৰ্দ্ধত ৰাখিছে, যদিও কোনো কোনো ক্ষেত্ৰত তেখেতৰ সমালোচনা চোকা হৈছে বুলি কব পাৰি।

গ্ৰন্থখনত লেখকে আত্ম-পৰিচয়ৰ সংক্ষিপ্ত বিৱৰণৰ উপৰি প্ৰথম মহা-সমৰৰ পাছত দেশৰ অৱস্থা, ১৯১৯ চনত গান্ধীজীৰ প্ৰথম গ্ৰেপ্তাৰৰ উত্তৰ কালত ৰাজনৈতিক ধাৰাৰ পৰিবৰ্তন আৰু মুক্তি-সংগ্ৰামৰ দ্ৰুত গতি, গান্ধীজীৰ অসম ভ্ৰমণ, অসহযোগ আন্দোলন আৰু আইন অমান্য আন্দোলনত অসমৰ ভূমিকা, পাণ্ডু বা প্ৰাগ্‌জ্যোতিষপুৰত অনুষ্ঠিত

কংগ্ৰেছ অধিবেশনৰ বৰ্ণনা, বিভিন্ন নিৰ্বাচনত অসম-ৰাজনীতিৰ ঘটনাচক্ৰ, অসমলৈ অনু-প্ৰবেশকাৰীৰ অবাধ সোঁতত ৰাজ্যখনৰ ভয়াবহ পৰিস্থিতি, লেখকৰ কাৰাগাৰ জীৱনৰ অভিজ্ঞতা, দেশ বিভাজনৰ সময়ত অসমৰ পানীত হাঁহ নচৰা অৱস্থা, মন্ত্ৰী সভা গঠনত দল-উপদলৰ কাৰ্যাৱলী, অসমৰ অংগচ্ছেদৰ পটভূমি, সৰ্বভাৰতীয় পৰ্যায়ৰ কংগ্ৰেছৰ কন্দল আৰু বিভাজন আৰু তাৰ প্ৰতিক্ৰিয়া, ১৯৭৫-৭৬ চনৰ জৰুৰীকালীন অৱস্থাৰ সময়ত লেখকৰ গ্ৰেপ্তাৰ আৰু আটক, অসমৰ পাৰ্বত্য অঞ্চলৰ সমস্যা, ভাষা সমস্যা সমন্বিতে অৰ্ধ শতাব্দীৰ সৰু-বৰ ঘটনাবোৰ লেখকে লুকঢাক নোহোৱাকৈ বৰ্ণনা কৰি গ্ৰন্থখন ৰাইজৰ আগত নিবেদন কৰিছে। গ্ৰন্থত সন্নিবিষ্ট বিষয়-বস্তুবোৰ বিবেচনা কৰি নিঃসন্দেহে কব পাৰি যে "হেৰাই যোৱা দিনবোৰ" ভাৰতৰ, বিশেষকৈ অসমৰ, ৰাজনৈতিক ইতিহাসৰ (১৯২০-৭৬) এটা সংক্ষিপ্ত সমীক্ষা। শৰ্মাদেৱে প্ৰায় চাৰি বছৰ পৰিশ্ৰম কৰি গ্ৰন্থখন ৰাইজৰ ওচৰত সদৰি কৰি তেখেতৰ অপৰিসীম উদ্যমৰ পৰিচয় দিছে।

"হেৰাই যোৱা দিনবোৰ" গ্ৰন্থৰ সাহিত্য বিষয়ক গুণগত বিচাৰ সুযোগ্য সাহিত্যিক-সকলে কৰিব। তাৰ বিচাৰ কৰাৰ মোৰ অধিকাৰ নাই। তথাপি মই নিঃসংকোচে কব পাৰো যে গ্ৰন্থখনৰ ভাষা আৰু ৰচনা পদ্ধতি সৰল হৈছে। সেই কাৰণে সাধাৰণ পঢ়ুৱৈ সমাজত গ্ৰন্থখনে সমাদৰ পাব বুলি মই ভাবো, অৱশ্যে আলোচ্য বিষয়বোৰত লেখকৰ নিজস্ব মতামতে বহুতৰ বিবেচনাত তৰ্কৰ অৱতাৰণা কৰিব পাৰে। কিন্তু শৰ্মা ডাঙৰীয়াই স্বভাৱসুলভ স্পষ্টতা আৰু দৃষ্টিভংগীৰে ঘটনাৱলী বিশ্লেষণ কৰিছে। গ্ৰন্থখনৰ ঠায়ে ঠায়ে আবেগৰ উৎস পৰিলক্ষিত হৈছে। সেইবোৰ মোৰ বোধেৰে শৰ্মাদেৱৰ ব্যক্তিগত অভিজ্ঞতাৰ অভিব্যক্তি আৰু পঢ়ুৱৈবৃন্দই তাক সহৃদয়তাৰে বিচাৰ কৰিব বুলি মোৰ বিশ্বাস আছে।

লেখক শৰ্মাদেৱ বয়সৰ হিচাপত মোৰ অগ্ৰজপ্ৰতিম আৰু ৰাজহুৱা জীৱনত মোৰ কাৰণে এজন শ্ৰদ্ধেয় প্ৰবীণ নেতা। এনে এজন ব্যক্তিৰ আত্ম-জীৱনীমূলক "হেৰাই যোৱা দিনবোৰ" গ্ৰন্থৰ আগকথা লিখিবলৈ মোৰ কিঞ্চিতমানো অধিকাৰ বা যোগ্যতা নাই। কিন্তু তেখেতে মোক আগকথাখিনি লিখিবলৈ নিৰ্দেশ দিয়াত মোৰ প্ৰতি থকা তেখেতৰ অকৃত্ৰিম স্নেহ হিচাপে তাক সবিনয়ে গ্ৰহণ কৰি তাৰ বিনিময়ত মোৰ নিবেদন আগবঢ়ালো। এইখিনিতে উল্লেখ কৰা প্ৰয়োজন যে এই গ্ৰন্থত উল্লিখিত ব্যক্তি আৰু সমস্যাৱলীৰ ওপৰত শৰ্মাদেৱে নিজস্ব বিচাৰ আৰু দৃষ্টিভঙ্গীৰে যিবোৰ মত প্ৰকাশ কৰিছে তাৰ লগত মোৰ মতানৈক্য আছে যদিও, অনৈক্যৰ মাজত ঐক্যৰ সূত্ৰ থকাৰ দৰে তেখেত আৰু মোৰ সম্বন্ধ মধুৰ আৰু অভেদ্য বুলি মই বিবেচনা কৰো। মই বিশ্বাস কৰো "হেৰাই যোৱা দিনবোৰ" গ্ৰন্থই অন্ততঃ আমাৰ মেধাৱী যুৱক-যুৱতী গৱেষক শ্ৰেণীক অস-মৰ বিগত সমস্যাবোৰৰ ওপৰত অধ্যয়ন কৰিবলৈ যথেষ্ট তথ্যভিত্তিক সমল যোগাব। মোৰ বোধেৰে লেখকে বহু পৰিশ্ৰম আৰু অৰ্থ ব্যয় কৰি এই গ্ৰন্থখনৰ দ্বাৰা আমাৰ অসমীয়া ৰাইজৰ এটা ডাঙৰ অভাৱ পূৰণ কৰিলে। ৰাইজে গ্ৰন্থখনৰ প্ৰতি যথাযোগ্য সমাদৰ আগবঢ়ালে মই ব্যক্তিগতভাৱে পৰম সুখী হম।

বিহাবাৰী
গুৱাহাটী
২ অক্টোবৰ, ১৯৮০

শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী

# পাতনি

মোৰ ভালেকেইজনমান আত্মীয় স্বজন আৰু বিশিষ্ট বন্ধুৱে মোৰ বৈচিত্র্যপূর্ণ সুদীর্ঘ জীৱনৰ আৰু যথাসম্ভৱ সেই কালৰ উল্লেখযোগ্য কথাবোৰ সন্নিবিষ্ট কৰি এখন কিতাপ লিখিবলৈ বহুত দিনৰ আগৰেপৰা মোক টানি তাগিদ দি আছিল। কিন্তু নানা প্ৰকাৰৰ মানসিক আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ ঘাত-সংঘাতত, আৰু বিশেষকৈ মোৰ এলেহুৱা স্বভাৱৰ নিমিত্তে আকাংক্ষিত কিতাপ লিখা নহ'ল। আজি প্ৰায় চাৰে চাৰি বছৰমানৰ আগতে আমাৰ বৰজোঁৱাই শ্ৰীমান পাৰ্বতী কুমাৰ গোস্বামীয়ে (তেতিয়া চুপ্ৰিম কৰ্টৰ জজ) মোক টানি কোৱাত মই মনতে সংকল্প কৰিলো এইবাৰ কিতাপ লিখিম। তেওঁৰ সোধাত অসমীয়াতে মোক লিখিবলৈ কলে। এই কথা হয় দিল্লীত।

যোৰহাটলৈ অহাত মোৰ পঢ়া-শুনা চৰ্চা কম আৰু লিখাৰ অভ্যাস যে তাতোকৈ কম, এই বুলি ওজৰ আপত্তি কৰা সত্ত্বেও মোৰ সুহৃদ কেইজনমানে যেতিয়াই যিহকে মন যায় তাকে লিখি যাবলৈ আৰু পাছত সেইবিলাকক চিজিল কৰি কিতাপ আকাৰে উলিয়া-বলৈ টানি ধৰিলে। তেওঁলোকৰ মতে অসমত স্বাধীনতা যুদ্ধৰ বিষয়ে এতিয়ালৈকে যি কেইখন কিতাপ ওলাইছে সেই বিলাকত সেই যুগৰ একো একোটা খণ্ড চিত্ৰহে প্ৰকাশ পাইছে। তাত বিভিন্ন ঠাইৰ ঘটনা আৰু বিভিন্ন জনৰ নাম পৰি গৈছে। মই লিখা কিতাপখনো মোৰ বোধেৰে এখন খণ্ড চিত্ৰহে হব। কিন্তু মোৰ মনত পৰাৰেপৰা প্ৰায় সাতসত্তৰ বছৰে দেশৰ সাময়িক ঘটনাৱলী আৰু অৱস্থাৰ এটা চিত্ৰ আংশিকভাৱে হলেও ভবিষ্যত পুৰুষসকললৈ বৈ যাব পাৰে, এই ভাবটোৱেই মোক উৎসাহ যোগায়।

মুক্তি যুদ্ধ আৰু এই দশক কেইটাৰ ভালেকেইখন কিতাপ প্ৰকাশ পাইছে। তদুপৰি মুক্তি যুদ্ধত কোনো প্ৰকাৰে সহযোগিতা নকৰা কিছুলোকৰ মৃত্যুৰ পাছত লিখা জীৱনীত বহুতো সজাই পৰাই লিখা কথা ওলাইছে। মই দুখেৰে অনুভৱ কৰোঁ যে এই কিতাপবিলাকত প্ৰকাশিত কথাবিলাকৰ বহুলাংশই প্ৰকৃত নহয়।

মোৰ এই কিতাপখন ইতিহাস নহয় বা মোৰ আত্মজীৱনীও বুলিব নোৱাৰি। ইয়াক সাহিত্য বুলি আখ্যা দিয়া নাযায়; মই সাহিত্যিক নহওঁ। মোৰ যেতিয়াই যি মনলৈ আহিছে তাক মই ষ্টেনʼগ্ৰাফাৰক কৈ গৈছো, আৰু তেওঁ লিখি গৈছে।

মাত্ৰ এটা কথা মোৰ কোৱা আৱশ্যক যে মোৰ জ্ঞানতঃ কোনো অসত্য কথাই ইয়াত ঠাই পোৱা নাই।

ভাৰতৰ স্বাধীনতাৰ নিমিত্তে অসমৰ নানা নিৰ্যাতন ভোগ কৰা বহুতো মুক্তি যোদ্ধাৰ নাম ইয়াত দিব পৰা নাই, তাৰ এটা কাৰণ ১৯৪২-৪৫ চনত মোক জেলৰ ভিতৰত বন্দী কৰি ৰখা হৈছিল। গতিকে এই অতীব গুৰুত্বপূৰ্ণ সময়ছোৱাৰ কথা মই নিজে ভালকৈ কব নোৱাৰোঁ। তদুপৰি সেই সকলোৰে কথা লিখিবলৈ গলে কিতাপ দুই বা তিনি খণ্ডৰ বৃহৎ আকাৰৰ হয়। নাম বাদ পৰি যোৱাসকলে যেন ক্ষমা কৰে এয়ে প্ৰাৰ্থনা।

অসংখ্য দোষ-ত্ৰুটি এই কিতাপখনত ৰৈ গৈছে, তাৰ বাবে মই ক্ষমাৰ অযোগ্য হলেও সহৃদয় পাঠক-পাঠিকাসকলে মোৰ অসুবিধা আৰু ব্যক্তিগত অযোগ্যতালৈ লক্ষ্য কৰি, দয়া পৰবশ হৈ ক্ষমা কৰিব বুলি ভাৰসা ৰাখিছোঁ। অসমৰ শিক্ষিত সমাজৰ সুপৰিচিত শ্ৰীত্ৰৈলোক্য শৰ্মা, অধ্যাপক শ্ৰীঅৱনীধৰ বৰুৱা আৰু অসমীয়া সুদক্ষ ষ্টেনʼ-গ্ৰাফাৰ মঃ ৰফিক আলিৰ একান্ত সহায় সহযোগিতা নোহোৱা হলে এই কিতাপ বাইজৰ হাতত দিব পৰাটো অসম্ভৱ হলহেঁতেন, তেওঁবিলাকলৈ মোৰ আন্তৰিক কৃতজ্ঞতা আগ-বঢ়ালোঁ।

প্ৰখ্যাত মুক্তিসংগ্ৰামী, মোৰ সুদীৰ্ঘ কালৰ সহকৰ্মী আৰু ভাৰতৰ এজন আগশাৰীৰ বিশিষ্ট নেতা শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীদেৱে মোৰ কিতাপখনৰ আগকথা লিখি মোক অনুপ্ৰাণিত কৰিছে। তেখেতৰ প্ৰতি মই গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।

টেনদোলকাৰৰ 'মহাত্মা', পাট্টাভি সীতাৰামায়াৰ 'ভাৰত জাতীয় মহাসভাৰ ইতিহাস', ভাৰত গৱৰ্ণমেণ্টৰ 'কলেকটেড্ ৱৰ্কচ অৱ মহাত্মাগান্ধী', মেক্সৱেলৰ 'ভাৰত-চীনা যুদ্ধ', কুলদীপ নায়াৰৰ 'বিটুইন-দি লাইনচ্', 'দি জাজমেণ্ট', 'ইণ্ডিয়া দি ক্ৰিটিকেল ইয়েৰ্চ', 'অসমত মহাত্মা', 'কৃষ্ণশৰ্মাৰ ডায়েৰী', 'এণ্ডাৰ্চন্স পেপাৰ', দুৰ্গা দাসৰ 'চৰ্দাৰ পেটেলচ্ কৰেচ্‌পনডেন্স', গ্ৰিয়াৰচনৰ 'লিংগুইচ্টিক চাৰ্ভে অৱ ইণ্ডিয়া', পুৰণি বাতৰি কাকত আৰু আলোচনী আদি কিতাপ বিলাকৰপৰা মই কিছু কথা চাই লৈছোঁ আৰু কিছুকথা যেনে আছে তেনেকৈ সন্নিৱিষ্ট কৰি দিছোঁ। এই কিতাপবিলাকৰ লিখক আৰু প্ৰকাশকসকলৰ মই ধাৰ শুজিব নোৱাৰোঁ। সেয়ে তেখেতসকলৰ সাহায্য স্বীকাৰ কৰি মোৰ আন্তৰিক কৃতজ্ঞতা আৰু শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ।

কাল গতিশীল। ঘটনাৱলীয়ো সময়ৰ সঙ্গী হৈ অতিবাহিত হৈ গৈ থাকে। সেই নিমিত্তে বুৰঞ্জীৰ বোল থকা পুস্তক এখন এটা নিৰ্দিষ্ট সময়ত সমাপ্ত কৰিবই লাগিব। সেয়ে মই ভাৰতৰ স্বাধীনতা লাভ কৰাৰ মাধ্যম, কংগ্ৰেছৰ অভ্যুদয়ৰ সৈতে আৰম্ভ কৰি ১৯৭৮ চনৰ আৰম্ভণিতে এই "হেৰাই যোৱা দিনবোৰ" সামান্যভাৱে পুনৰ স্মৰণ কৰি সামৰণি মৰাই উচিত হব বুলি বিবেচনা কৰিলোঁ।

শ্ৰীদেৱেশ্বৰ শৰ্মা

# হেৰাই যোৱা দিনবোৰ

**ৰাজনৈতিক জীৱনৰ আৰম্ভণি :** তেতিয়া ১৯২১ চনৰ আগষ্ট মাহ। মই মেলেৰিয়া জ্বৰত আক্ৰান্ত হৈ ঘৰতে কেঁকাই আছোঁ। এনেতে এদিন পুৰা ১৩ খন ৰজাত নগৰৰপৰা বিদ্যাধৰ শৰ্মা প্ৰমুখ্যে মোতকৈ অলপ কম বয়সীয়া তিনিজনমান বন্ধুৱে কেন্দুগুৰিৰ আমাৰ ঘৰলৈ গৈ মোক লগ ধৰি ক'লে—"আপোনাক লগ ধৰিবলৈহে আহিছোঁ। আপুনি বোধকৰোঁ শুনিছে যে ২৪ আগষ্ট তাৰিখে মহাত্মা গান্ধী যোৰহাট পাবহি।" মই ক'লোঁ—"হয় শুনিছোঁ, কিন্তু এই মেলেৰিয়া জ্বৰে যে দুই তিনিদিনৰ মূৰে মূৰে এবা-ধৰাকৈ মোক চেপি আছে, মই কি কৰিম?" তেওঁ-লোকে ক'লে—"আপুনি কি দৰৱ-জাতি খাই গা টঙাব পাৰে টঙাওক। কাইলৈ কিন্তু ন-বজাৰ ভিতৰত কাছাৰী মৈদামত গান্ধীজীৰ আগমনৰ অৰ্থে হ'ব লগা ৰাজহুৱা সভাৰ মণ্ডপত আপুনি যেনেতেনে উপস্থিত থাকিব লাগিব। আপুনি একো কৰিব নোৱাৰিলেও, মণ্ডপ সজাৰ কাম-কাজ চাই দিহা-পৰামৰ্শ দি কাম সম্পন্ন হোৱাত সহায় কৰিব পাৰিব।"

ইয়াকে কৈ বন্ধুকেইজন কোৰাকুৰিকৈ উভতি গ'ল। তেওঁলোকৰ কথাৰপৰা মোৰ বুজিবলৈ বাকী নেথাকিল যে গান্ধীজী অহা উপলক্ষে কাছাৰী পথাৰত সভা-মণ্ডপ সজাৰ যো-জা চলিছে, আৰু সেই কাৰ্যত মই গৈ চকু দিব লাগে। মোৰ মেলেৰিয়া জ্বৰ পুৰণি হৈ পালজ্বৰত পৰিণত হৈছিল। যিদিনা জ্বৰ উঠে খুব বেছিকৈয়ে উঠে, নুঠাৰ কেইদিন ইফাল-সিফাল কৰি ফুৰিব পাৰোঁ। বন্ধুকেইজনৰ কথা কেইষাৰে মোৰ মনত অসীম বল দিলে। বিশেষকৈ গান্ধীজী যোৰহাটলৈ অহাৰ বাতৰিয়ে মোৰ মনত নতুন উদ্দীপনা আৰু প্ৰেৰণাৰ সৃষ্টি কৰিলে। মই ভাবিছিলোঁ যে পাছদিনা নোৱাৰিলেও অন্ততঃ তাৰ পাছদিনা বন্ধু কেইজনৰ কথা ৰাখি যাবলৈ যত্ন কৰিম আৰু মোৰ সাধ্য অনুসৰি গান্ধীজীৰ আগমন উপলক্ষে হ'ব লগা আদৰণি আৰু সভাৰ কাৰ্যত সহায় কৰিম। মোৰ জ্বৰ নুঠা দিনবিলাকত নগৰলৈ আহি সভামণ্ডপৰ কাৰ্যত যথাসাধ্য সহায় কৰি-ছিলোঁ। সেই দিনত যোৰহাট তথা অসমত চাইকেলৰ সংখ্যা নিচেই কম আছিল। আমি খোজকাঢ়িহে অহা-যোৱা কৰিছিলোঁ।

**গান্ধীজীক অসমলৈ নিমন্ত্ৰণ :** ইয়াতে কোৱা উচিত, ১৯২১ চনৰ ২৮ জুলাই তাৰিখে বোম্বাই মহানগৰীত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ এক অধিৱেশন বহে। এই কমিটীত অসমৰ প্ৰতিনিধি স্বৰূপে তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, কুলধৰ চলিহা আৰু চন্দ্ৰনাথ শৰ্মাই যোগদান কৰিছিল। তেওঁলোক চাৰিজনে গান্ধীজীক অসম ভ্ৰমণৰ কাৰণে টানি অনুৰোধ জনাইছিল আৰু গান্ধীজীয়েও প্ৰথমতে এমিনৰ নিমিত্তে অসমলৈ আহিবলৈ সন্মতি প্ৰকাশ কৰিছিল। সেই অধিৱেশনত ইতিপূৰ্বে নাগপুৰত গৃহীত প্ৰস্তাৱ অনুসৰি কাৰ্য্যসূচী [illegible] হোৱাত, [illegible]

ধন্যবাদ জ্ঞাপন কৰা হয় আৰু ৩০ ছেপ্টেম্বৰৰ ভিতৰতে কংগ্ৰেছে নিৰ্দেশ দিয়া মতে গঠনমূলক কাৰ্য সম্পূৰ্ণ কৰি অসহযোগ আৰু আইন অমান্য আন্দোলন কাৰ্যকৰী কৰিবৰ কাৰণে সাজু হবলৈ দেশবাসীক আহ্বান জনোৱা হয়। নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশন শেষ হওঁতেই লোকমান্য তিলকৰ জন্মদিন হয়। এই দিনটো যথাযথভাৱে পালন কৰিবলৈ বোম্বাই নগৰীত বিদেশী বস্ত্ৰ পৰ্বতাকাৰে দ'ম কৰি দাহ কৰা হৈছিল। হাজাৰ হাজাৰ চৌখিন নাগৰিকে দামী দামী বিদেশী কাপোৰ সেই বস্ত্ৰদাহ যজ্ঞত আহুতি দিছিল।

গান্ধীজীৰ অসম আগমনৰ নিমিত্তে কৰা প্ৰস্তুতি : 'গান্ধীজী অসমলৈ আহিব' —এই বাতৰিটো অসমৰ চাৰিওফালে ৰজনজনাই গ'ল। গান্ধীজীৰ অভ্যৰ্থনাৰ আয়োজন কৰিবলৈ তৰুণৰাম ফুকনে এমাহমানৰ আগৰেপৰা অসমৰ ইমূৰৰপৰা সিমূৰলৈ ভ্ৰমণ কৰিছিল। সেই উদ্দেশ্যে তেখেতে আগষ্ট মাহৰ ১০—১২ তাৰিখ মানত যোৰহাট নগৰ পায়হি। সেই সময়ত যোৰহাটতহে নেলাগে গোটেই অসমতে আঙুলিৰ মূৰত লেখিব পৰা মাত্ৰ কেইখনমানহে মটৰগাড়ী আছিল। মৰিয়নি ষ্টেচনৰপৰা ফুকনক যোৰহাটলৈ অনাই আমাৰ দুঃসাধ্য কাম হৈছিল। সেই দিনত অতি কম সংখ্যক মানুহৰ হে মটৰ গাড়ী আছিল। পেট্ৰোলৰ দাম গেলনত (৫ লিটাৰত) তেৰ অনা দুই পইচামানহে আছিল। পিছদিনা আবেলি এখন ডাঙৰ ৰাজহুৱা সভাত চৌদিশৰপৰা ৰাইজ আহি সমবেত হৈছিলহি। ফুকনে গান্ধীজীৰ অভ্যৰ্থনাৰ বিষয়ে কোৱাৰ লগতে কংগ্ৰেছে নিৰ্দেশ দিয়া কাৰ্য কেইদফাও খৰধৰকৈ সমাধা কৰিব লাগে বুলি ৰাইজক টানি অনুৰোধ কৰি ওজস্বিনী ভাষাত বক্তৃতা দিছিল।

গান্ধীজী অসমলৈ আহিছিল আইন অমান্য আন্দোলনৰ কাৰণে জনগণক সাজু কৰিবৰ নিমিত্তে আৰু 'তিলক স্বৰাজ পুঁজি'লৈ ধন সংগ্ৰহৰ বাবে দিহা-পৰামৰ্শ দি সহায় কৰাৰ উদ্দেশ্যে। গান্ধীজীৰ অগমনৰপৰাই মোৰ ৰাজনৈতিক জীৱন আৰম্ভ হ'ল বুলি কব পাৰি। অৱশ্যে ইয়াৰ আগতো যে সেই ৰাজনৈতিক অনুষ্ঠানত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰা নাছিলোঁ এনে নহয়। ডঃ এনিবেচাণ্টে হ'মৰুল (Home Rule) অৰ্থাৎ ভাৰতত স্বায়ত্ত শাসন প্ৰবৰ্ত্তন কৰাৰ উদ্দেশ্যে আন্দোলন কৰাৰ বাবে তেওঁক উৎকামণ্ডত অন্তৰীণ কৰি ৰখা হৈছিল। মোৰ যিমান দূৰ মনত পৰে কিছুকাল অন্তৰীণ অৱস্থাত থকাৰ পাছত তেওঁক মুক্তি দিয়া হয়। ঠিক সেই সময়তে কলিকতাৰ ৱেলিংটন স্কোৱাৰত কংগ্ৰেছৰ বিশেষ অধিবেশন বহে আৰু ডঃ এনিবেচাণ্টক সেই অধিবেশনৰ সভানেত্ৰী পতা হৈছিল। তেতিয়া আছিল ১৯১৭ চনৰ ছেপ্টেম্বৰ কি অক্টোবৰ মাহ।

এই কংগ্ৰেছ অধিবেশনত মই পোন প্ৰথমবাৰ স্বেচ্ছাসেৱক (Volunteer) বাহিনীত ভৰ্ত্তি হওঁ। কংগ্ৰেছৰ এই অধিবেশনতে নেতাজী সুভাষচন্দ্ৰ বসুও আমাৰ লগত স্বেচ্ছাসেৱক আছিল। সেই সময়ত কলিকতাৰ মেচত থকা অমিয়কুমাৰ দাস, ধীৰেন্দ্ৰ নাথ আগৰৱালা, গোলাঘাটৰ ৰাজেন্দ্ৰনাথ বৰুৱা আদি কেইজনো অসমীয়া ছাত্ৰই এই স্বেচ্ছাসেৱক বাহিনীত যোগ দিছিল।

আমাৰ পঢ়াশালি : (১৯০৪-১৯১২) ইং ১৮৯৭ চনত অসমত হোৱা প্ৰবল ভূমিকম্পত স্বৰ্গীয় মাতৃদেৱীয়ে কোৱামতে মই কোলাৰ কেঁচুৱা। সেই দিনৰ পৰিপ্ৰেক্ষিতত

তুলনামূলক হিচাপে মোৰ কম বয়সতে শিক্ষা আৰম্ভ হৈছিল। আমাৰ গাঁৱৰ নাম কেন্দুগুৰি ২ নম্বৰ ব্ৰাহ্মণ গাঁও। গাঁৱৰ নামঘৰতে আমাৰ অঞ্চলটোৰ পাঠশালাখন বহিছিল। তেতিয়াৰ দিনত স্কুলবোৰ এখনৰপৰা আনখন বহু দূৰৈত আছিল আৰু স্কুলবোৰত অহা ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও অতি কম আছিল। সেই সময়ত যোৰহাট নগৰত দুখন পাঠশালা স্কুল আছিল বুলিহে শুনিছিলোঁ। তাৰে এখনৰ নাম আছিল পদ মাষ্টৰৰ স্কুল। সেই স্কুলখন কেনেকুৱা বা ঠিক কোন ঠাইত আছিল মই ক'ব নোৱাৰোঁ। সম্বন্ধত মোৰ পেহীদেউৰ পুত্ৰেক এজন সেই স্কুলতে পঢ়িছিল। তেওঁৰ মুখেৰে সেই স্কুলৰ কথা 'পদ মাষ্টৰৰ স্কুল' বুলি কোৱা শুনিছিলোঁ।

আমাৰ গাঁৱৰ নামঘৰত বহা পাঠশালাখনৰ শিক্ষক গৰাকীৰ নাম আছিল ভবাম পণ্ডিত। তেখেতে ল'ৰাহঁতক নিৰহ নিপানীকৈ শিক্ষা দিছিল। কণ কণ ল'ৰাহঁতৰ প্ৰতি তেখেতৰ আন্তৰিক মৰম আছিল আৰু ঐকান্তিকতাৰেই ল'ৰা-ছোৱালীবিলাকক শিক্ষা দিছিল।

পণ্ডিতে ল'ৰা-ছোৱালীক মৰিওৱা দেখি মাহৰ মাৰত তিলে বেত মেলাৰ দৰে এদিন মই চুচুক চামাককৈ নামঘৰৰপৰা ওলাই খি লৰ মাৰিলোঁ, ঘৰ পোৱালৈকে আৰু উভতি নাচালোঁ। তাৰ পাছৰপৰা কোনোপধ্যেই মোক পাঠশালা স্কুললৈ পঠি-য়াব নোৱাৰি দদাইদেউ কমলেশ্বৰ শৰ্মাই ওচৰৰে বেজবৰুৱা ব্ৰাঞ্চ স্কুলখনত অষ্টম শ্ৰেণীত নাম লগাই দিলে। সেই দিনত প্ৰথম শ্ৰেণী, দ্বিতীয় শ্ৰেণী এইদৰে একাদিক্ৰমে হাইস্কুলত আঠোটা শ্ৰেণী আছিল; পাঠশালা স্কুলত কেইটা শ্ৰেণী আছিল মোৰ ঠিক মনত নাই। বোধকৰোঁ চাৰিটা শ্ৰেণীহে আছিল। সেই চাৰিটাকে ১ম, ২য়, ৩য় আৰু ৪ৰ্থ শ্ৰেণী বুলি কোৱা হৈছিল। প্ৰথমটো উচ্চ খাপৰ শ্ৰেণী আৰু চতুৰ্থটো নিম্ন খাপৰ শ্ৰেণী। সেইদৰে হাইস্কুলতো প্ৰথম শ্ৰেণী উচ্চতম আৰু অষ্টম শ্ৰেণী আছিল নিম্নতম। তেতিয়া এণ্ট্ৰেন্স পৰীক্ষা আছিল হাইস্কুলৰ শিক্ষান্ত পৰীক্ষা। ১৯১০ চনৰ-পৰাহে হাইস্কুলৰ শিক্ষান্ত পৰীক্ষা ৰূপে মেট্ৰিকুলেশ্যন পৰীক্ষা প্ৰৱৰ্তন কৰা হৈছিল। হাইস্কুলৰ প্ৰথম শ্ৰেণী সম্পূৰ্ণ কৰি বাছনি পৰীক্ষা দিয়াৰ পাছত এণ্ট্ৰেন্স পৰীক্ষা দিব লাগে। এই পৰীক্ষা কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত আছিল। সেই সময়ত পাঠশালা স্কুলক 'বঙলা' স্কুল বুলিয়েই কোৱা হৈছিল। 'বঙলা' স্কুল বুলি কোৱাৰো এটা কাৰণ আছিল। বঙালী ভাষাৰ কিতাপৰ যোগেদিহে বৰ্ণ পৰিচয় হৈছিল। মই ক, খ শিকা কিতাপটো আছিল মদনমোহন তৰ্কালংকাৰ প্ৰণীত প্ৰথম ভাগ। এই কিতাপখনৰ এটা পদ্য মোৰ আজিও মনত আছে। সেইটো হৈছে—

"পাখি সব কৰে ৰব ৰাত্ৰি পুহাইল।
কাননে কুসুম কলি সকলি ফুটিল।" ইত্যাদি।

বেজবৰুৱা ব্ৰাঞ্চ স্কুল ঃ ওপৰত উল্লেখ কৰা কেন্দুগুৰি বেজবৰুৱা ব্ৰাঞ্চ স্কুলখন স্থাপন আৰু পৰিচালিত কৰিছিল গোবিন্দচন্দ্ৰ বেজবৰুৱাই। এই স্কুলত হাইস্কুলৰ তলৰ শ্ৰেণী চাৰিটাহে আছিল। যোৰহাট ইঞ্জিনীয়াৰিং কলেজৰপৰা কেন্দুগুৰিৰ মাজেদি অহা আলিটো য'ত ট্ৰাংক ৰোডত লগ লাগিছেহি তাৰ বিপৰীত কাষে স্কুলখন। যিটো মেকলিয়ড স্কুলৰ 'সজা' হৈছিল সেই মেৰশিটো আছিল চাৰিগাঁৱৰ মৌজাদাৰ ৰেণুধৰ [illegible]।

**শিক্ষাবিদ গোবিন্দ বেজবৰুৱা ঃ** গোবিন্দচন্দ্ৰ বেজবৰুৱা শিৱসাগৰৰ বিখ্যাত বেজবৰুৱা পৰিয়ালৰ ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ পুতেক আছিল। সেই বেজবৰুৱা পৰিয়ালৰ ককাই-ভাইকেইজনে নিজৰ গুণৰ বলেৰে অসমত তেওঁবিলাকৰ নাম যুগমীয়াকৈ ৰাখি থৈ গৈছে। সাহিত্যৰথী ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ বিষয়ে ইয়াত লিখাৰ প্ৰয়োজন বোধ নকৰোঁ। কিয়নো তেখেত সৰ্বজন বিদিত। গোবিন্দচন্দ্ৰ বেজবৰুৱাৰ ভায়েক ডাক্তৰ জি, টি, বেজবৰুৱা ভাৰতীয় চিকিৎসা বিভাগৰ (Indian Medical Service ) এজন প্ৰখ্যাত চিকিৎসক আছিল। ইয়াত যদিও গোবিন্দ বেজবৰুৱা বুলি লিখা হৈছে তেওঁক জি, বেজবৰুৱা অথবা 'বেজবৰুৱা চাহেব' বুলিহে সৰ্বসাধাৰণৰ মাজত জনা হৈছিল। তেখেত সাজে-পাৰে, আচাৰে-ব্যৱহাৰে পুৰা মাত্ৰাই চাহাব। তেখেতক 'হজুৰ' বুলি মাতিব লাগিব ; কোনোবাই 'দেউতা' বা 'ডাঙৰীয়া' বুলিলে তেখেতে বৰ খং কৰিছিল। তেখেতক 'বাবু' বোলাৰ বাবে বেজবৰুৱা হাইস্কুলৰ নতুন চকীদাৰ এজনক তেখেতে খৰা বেত ভোখৰেৰে কেইছাতমান কোবোৱাও দেখা মনত পৰে। সেই কালত (১৮৬০ চন মানত) শিৱসাগৰ জিলাত মাত্ৰ এখনহে ইংৰাজী হাইস্কুল আছিল, সিও আছিল শিৱসাগৰ নগৰত। স্বৰ্গীয় গোবিন্দচন্দ্ৰ বেজবৰুৱাই উচ্চ শিক্ষা লাভ কৰি আহি শিক্ষা বিস্তাৰৰ কাৰণে উঠি পৰি লাগিছিল। তেখেতে এইটো বুজিছিল যে অসমক ইংৰাজে শেহতীয়াকৈ জয় কৰি দখল কৰা হেতুকে অসম ইংৰাজী শিক্ষাত ভাৰতৰ ভিতৰত তেনেই পিছ পৰি আছিল। অথচ ইংৰাজী শিক্ষাৰ অবিহনে অসমে এই যুগত কেতিয়াও গা কৰি উঠিব নোৱাৰে সেইটো তেখেতে উপলব্ধি কৰিছিল। ইংৰাজী শিক্ষা বিস্তাৰৰ অৰ্থেই তেখেতে শিৱসাগৰ, যোৰহাট, গোলাঘাট আৰু দেৰগাঁৱত একোখনকৈ ইংৰাজী হাইস্কুল পাতিলে, আৰু ১৯০১ কি ১৯০২ চনত কেন্দুগুৰিত 'চাৰিগাঁও বেজবৰুৱা ব্ৰাঞ্চ স্কুল' স্থাপন কৰিলে। উজনী অসম শিক্ষা বিষয়ত গোবিন্দ বেজবৰুৱাৰ ওচৰত ঋণী।

স্বৰ্গীয় গোবিন্দচন্দ্ৰ বেজবৰুৱা মানুহজন সুশ্ৰী, সুঠাম, ওখ-পাখ আৰু জাকত জিলিকা লোক আছিল। তেখেতৰ ব্যক্তিত্ব আছিল অনন্য সাধাৰণ। অসমীয়াত যাক 'সিংহ-পুৰুষ' বোলে তেখেত তেনে এগৰাকী পুৰুষ আছিল। তেখেতৰ চকুলৈ চকু দি চাই কথা কব পৰা মানুহ বৰ কমেইহে আছিল। তেখেত আছিল স্বাধীনচিতীয়া আৰু স্পষ্টভাষী। সেইবাবে তেখেত ইংৰাজ শাসকসকলৰ চকুৰ কুটা দাঁতৰ শুল স্বৰূপ আছিল।

বেজবৰুৱা ডাঙৰীয়া আছিল হাড়ে-হিমজুৰে খাটি অসমীয়া। তেখেতে কোনো লোকৰ ওচৰত সেও নেমানিছিল আৰু কোনো অৱস্থাতে কাকোকো ভয় নকৰিছিল।

কিন্তু জানো কব নোৱাৰোঁ, বেজবৰুৱা ডাঙৰীয়াৰ কোমল অন্তৰ সুচুৱা কথা এটা মোৰ প্ৰায় সদায় মনলৈ আহে। গোবিন্দচন্দ্ৰ বেজবৰুৱাদেৱ আছিল অতিশয় নিঃসঙ্গ লোক। কেতিয়াবা কাচিৎহে তেখেতে কথা পাতিবলৈ কাকোবাক লগ-পাইছিল। মানুহে তেখেতলৈ সম্ৰম অথবা ভয় কৰি চলিছিল। তাতে বয়সত সেই নিঃসঙ্গতা কেতিয়াবা প্ৰকৃতিয়াবা বৰ কৰুণভাৱে অনুভৱ কৰিছিল। এদিন হয়তো সময় মুহূৰ্তত মই প্ৰথম শ্ৰেণীত থাকোঁতে তেখেতে আহি অন্য কথাৰ প্ৰসঙ্গত মোক কৈ গুনগুনালে

যে চাবলৈ-চিতিবলৈ নিজৰ মানুহ নাথাকিলে, বয়সত পৰৰ ওপৰত নিৰ্ভৰ কৰি চলিব-লগীয়া হলে মানুহৰ কষ্ট হয়।

ডাঙৰীয়া দীননাথ বেজবৰুৱা আৰু তেখেতৰ পুত্ৰসকলৰ লগে লগেই উজনি অসমৰ বিশেষকৈ শিৱসাগৰ জিলাৰ এটা যুগ পাৰহৈ আন এটা যুগ আৰম্ভ হ'ল বুলি ক'ব পাৰি।

**স্কুলীয়া জীৱনৰ এটি দুটি স্মৃতি ঃ** বেজবৰুৱা ব্ৰাঞ্চ স্কুলত পঢ়া দিনৰ কথা মনত পেলালে সেই যুগৰ কথা ভাবি এতিয়া আচৰিত হওঁ। সেই যুগক আজিৰ যুগৰ লগত কোনো প্ৰকাৰেই বিজাব নোৱাৰি। ব্ৰাঞ্চ স্কুলত সময়ে সময়ে শিক্ষক দুজন থাকে। বিষ্ণুৰাম বৰবৰা আৰু বাপুৰাম হাজৰিকা। মাজতে এবছৰমান তেৰবছৰ নগৰৰ দিগম্বৰ চুকৰ চন্দ্ৰকমল শৰ্মা দেৱেও শিক্ষকতা কৰিছিল। আমি ছাত্ৰবিলাকে · শিক্ষক কেইগৰাকীক অত্যন্ত শ্ৰদ্ধা আৰু সন্মান কৰিছিলোঁ হঁক আৰু বৰ ভয়ো কৰিছিলোঁহঁক। শিক্ষক কেইগৰাকীয়েও আমাক নিজৰ ল'ৰাৰ দৰে মৰম কৰিছিল আৰু আন্ত-ৰিকতাৰে শিক্ষা দিছিল। আমি গৰ্হিত কাম কৰিলে অথবা নিয়মানুৱৰ্তিতা ভঙ্গ কৰিলে তেখেতসকলে বৰ বেজাৰ পাইছিল আৰু কেতিয়াবা আমাক চেকনিৰে কোবাইছিলও।

মোৰ অভিজ্ঞতাৰপৰা মই অনুভৱ কৰোঁ যে আজিকালি জন্ম হোৱাৰ ১৫-২০ দিনৰপৰাই অধিকাংশ কেঁচুৱাৰ চকুত এটা বুজাৰ ভাব দেখা যায় আৰু এই গুণটো যেন ক্ৰমান্বয়ে শিশুৰ মাজত বাঢ়ি আহিছে। অলপ বেছি বয়সৰ কথা বিবেচনা কৰিলে দেখদেখকৈ ওলাই পৰিব যে মই ১৬ বছৰ বয়সত মেট্ৰিকুলেশ্যন পৰীক্ষা পাছ কৰোঁতে যিমান কথা জানিছিলোঁ বা বুজিছিলোঁ, এতিয়া মোৰ ৮-৯ বছৰীয়া নাতি-নাতিনীহঁতে তাতকৈ ভালেমান বেছি কথা জানে আৰু বুজে। ইয়াৰ কাৰণ হয়তো কিছু জন্মগত হ'ব পাৰে, আৰু কিছু পিতৃ-মাতৃ বা অভিভাৱকে শিশুক বুজন কৰিবলৈ কৰা যত্নৰ বাবেও হ'ব পাৰে, আৰু কিছু পৰিবেশৰ প্ৰভাৱো হ'ব পাৰে।

মই যি সময়ৰ কথা কৈছো সেই কালত ছাত্ৰ শিক্ষকৰ অবাধ্য হোৱা নাইবা ছাত্ৰই উদ্ধত আচৰণ কৰা সমুলি দেখা নগৈছিল। পৰীক্ষাত চুৰ কৰা কথাটো জনাই নাছিলোঁ। অতি কাচিৎ কেতিয়াবা শুনিবলৈ পাইছিলোঁ আৰু শুনি অতি আচৰিত হৈছিলোঁ পৰীক্ষাতনো চুৰ কৰিব পাৰে কেনেকৈ বুলি।

এটা বিষয়ত মই কিয় ইমান পাছপৰা তাক মই আজিও ভাবি নেপাওঁ আৰু নিজেই আচৰিত হওঁ। সেইটো হৈছে বৰ্ণ-পৰিচয়ৰ কথা। বৰ্ণ-পৰিচয় মোৰ পক্ষে দুঃসাধ্য আছিল। অসমীয়া ক, খ শিকোঁতে মোৰ হুমাহতকৈয়ো অধিক কাল লাগিছিল। সি বহুত কথা। আঙুলিৰে বহু তিতা-মিঠাৰ মাজেদিহে মোৰ ক খৰ লগত চিনাকি হৈছিল। বেজ-বৰুৱা ব্ৰাঞ্চ ফুলতো এ, বি, চি, ডি (A,B,C,D) শিকোঁতেই মোৰ স্কুলৰ প্ৰথম বছৰ-টোৰ বেছি ভাগ সময় পাৰ হ'ল আৰু সেই বছৰ প্ৰমোচনেই নেপালোঁ। অৱশ্যে তাৰ পাছত আৰু কেতিয়াও মই দ্বিতীয় হৈ প্ৰমোচন লোৱা মনত নপৰে, সদায় প্ৰথম হৈহে প্ৰমোচন পাইছিলোঁ। 'আমাৰ' সময়ত হাইস্কুলত চতুৰ্থ শ্ৰেণীৰপৰা মেট্ৰিকুলেশ্যন

পৰীক্ষাটোকে সংস্কৃত বাধ্যতামূলক বিষয় আছিল। সংস্কৃতৰ দেৱনাগৰী আখৰৰ সম্পৰ্কেও প্ৰায় সেই একেই কথা।

গতানুগতিকভাৱে পঞ্চম শ্ৰেণীৰপৰা চতুৰ্থ শ্ৰেণীলৈ প্ৰমোচন পাওঁতে আমাৰ শ্ৰেণীৰ আঠাইকেইজন ছাত্ৰকে প্ৰধান শিক্ষকে ব্ৰান্স স্কুলৰপৰা লৈ আহি নগৰৰ বেজ-বৰুৱা হাইস্কুলত নাম লগাই দি থৈ গৈছিলহি। বেজবৰুৱা স্কুলৰপৰা প্ৰমোচন পোৱা শ্ৰেণীৰ ভাল ছাত্ৰকেইজনৰ লগত মোৰ প্ৰতিযোগিতা আৰম্ভ হ'ল, চতুৰ্থ শ্ৰেণীৰপৰা তৃতীয় শ্ৰেণীলৈ কোন প্ৰথম হয়। সেই বছৰ মই শুবিৰেপৰা বেজবৰুৱা হাইস্কুলত পঢ়ি থকা ছাত্ৰ উপেন শৰ্মাৰ লগত সমানে পৰীক্ষাত মুঠ নম্বৰ পাই দুয়োজনে প্ৰথম হৈ প্ৰমোচন পালোঁ। কিন্তু তাৰ পিছত মই সদায় প্ৰথম হৈ প্ৰমোচন পাবলৈ ধৰিলোঁ আৰু তেখেতে দ্বিতীয় হৈ প্ৰমোচন পাইছিল।

১৯১০ চনতে এন্ট্ৰেন্স পৰীক্ষা লোৱা সমাপ্ত হয় আৰু ১৯১১ চনৰপৰা মেট্ৰি-কুলেশ্যান পৰীক্ষা প্ৰৱৰ্তন হয়। এন্ট্ৰেন্স পৰীক্ষা বন্ধ হৈ মেট্ৰিকুলেশ্যন পৰীক্ষা আৰম্ভ হোৱা পাঠ্য বিষয়ত কি পৰিবৰ্তন ঘটিছিল মোৰ মনত নাই।

মেট্ৰিকুলেশ্যান পৰীক্ষা দিবৰ সময়ত কোনো ছাত্ৰৰ বয়স ১৬ বছৰ সম্পূৰ্ণ নহলে তেওঁক সেই পৰীক্ষা দিবলৈ দিয়া নহৈছিল। মেট্ৰিকুলেশ্যন পৰীক্ষা দিয়াৰ সময়ত মোৰ বয়স ১৬ বছৰ হবলৈ কেইমাহমান বাকী আছিল। অথচ সেইবছৰ অৰ্থাৎ ১৯১২ চনত বেজবৰুৱা হাইস্কুলৰপৰা মেট্ৰিকুলেশ্যন পৰীক্ষা পাছ কৰাৰ সম্ভাৱনা থকা ছাত্ৰ কেৱল মইহে আছিলোঁ বুলি বেজবৰুৱা ডাঙৰীয়াই অনুমান কৰিছিল। বাছনি পৰীক্ষা দিয়াৰ পাছত এদিন বেজবৰুৱাদেৱে মোক সুধিলে—'তোমাৰ ঘৰত অভিভাৱক কোন?' মই কলোঁ—'মোৰ দদাইদেউ।' তেতিয়া তেখেত কলে—'তেওঁক কবা, কাইলৈ বা পৰহিলৈ মোক লগ পাই যাবহি।' পাছদিনা কি তাৰ পাছদিনাই দদাইদেউ গৈ বেজবৰুৱা ডাঙৰীয়াক লগ ধৰিলেগৈ। তেখেতসকলৰ ভিতৰত কি কথা হৈছিল মই নেজানিছিলোঁ। কেইদিনমানৰ মূৰত মই বুজিব পাৰিলোঁ যে দদাইদেৱে এদিন এখন এফিডেভিট দিলে যে ১৯১২ চনৰ পহিলা মাৰ্চ্চত মোৰ ১৬ বছৰ ১ মাহ বয়স হয়, আৰু সেই বছৰ মই পৰীক্ষা দিব পাৰিলোঁ। মোৰ মেট্ৰিকুলেশ্যন পৰীক্ষাৰ চাৰ্টিফিকেটত ১৯১২ চনৰ মাৰ্চ মাহত ১৬ বছৰ ১ মাহ লিখা পালোঁ যদিও মোৰ প্ৰকৃত বয়স তাতকৈ কম আছিল।

আজি ভাৰত ভ্ৰমণৰ যুগৰ ল'ৰা-ছোৱালীয়ে শুনিলে আমোদ পাব যে মই মেট্ৰি-কুলেশ্যন পৰীক্ষা পাছ কৰি গুৱাহাটীৰ কটন কলেজত নাম লগাবলৈ যোৱাৰ আগতে গুৱাহাটী দেখা নাছিলোঁ আৰু কলেজত পঢ়া কালত গুৱাহাটীত যদিও চাৰি বছৰ আছিলোঁ ১৯৩৭ চনত অসম বিধান সভাৰ সভ্য নিৰ্বাচিত হৈ যোৱাৰ আগলৈকে মই চিলং দেখা নাছিলোঁ। এইখিনিতে আৰু এটা কথা উল্লেখ কৰিব পাৰি। আজি প্ৰায় ১৫-১৬ বছৰমানৰ আগতে মই মটৰ গাড়ীৰে মৰিয়নি পাওঁতে মৰিয়নিৰ ষ্টেচনৰ পূবে গড়আলি কেহিংটোৰ বেলগেটখন পূব পিনৰপৰা ৰেল অহাৰ কাৰণে বন্ধ কৰি থোৱা আছিল। ৰেল আহিবলৈ অলপ সময় থকাৰ কাৰণে মই গাড়ীৰপৰা নামি হাত ভৰি মেলাই লৈছোঁহে, এনেতে দেখিলোঁ যে তিনিজন বুঢ়াই আগে-পাছে

বহি লৈ ৰেল লাইনৰ দাঁতিৰ গেট (জপনা) আৰু তড়্ আলিৰ কোণতে তামোলৰ হাঁচ-তিত থকা পিতলৰ সৰু জেপত লৈ কুৰিব পৰা খুদনাত তামোল খুন্দি খাইছে। তেওঁ বিলাকক সেইদৰে নিৰ্বিকাৰভাৱে বহি থকা দেখি ওচৰ চাপি মই সুধিলোঁ—

"আপোনালোক ক'ৰপৰা আহিছে আৰু ইয়াত এনেদৰে বহি আছে কিয়?"

তেতিয়া এজন বুঢ়াই মাত দিলে—"ডাঙৰীয়া! আজিলৈকে আমি ৰেল দেখা নাই, আৰু কিজানি ৰেল নেদেখাকৈয়ে আমাৰ হাড় পৰিব, সেয়েহে আমি ৰেল চাবলৈ আহিলোঁ।" অথচ তেওঁবিলাকৰ ঘৰ মৰিয়নি ষ্টেচনৰপৰা দক্ষিণ ফালে নগা পাহাৰৰ কাষলৈ ১৪-১৫ মাইলতকৈ দূৰ নহয়।

এতিয়া এই ঘটনাটোৰপৰা আমি কি ভাবিম, মনলৈ এনেহে ভাব হয় যে আমাৰ দেশখন এনেকুৱাই। অসমৰ মানুহৰ গাঁওখনৰপৰা বাহিৰলৈ ওলাই অহাই নহয়। সেয়েহে আন ঠাইৰ মানুহ অসমলৈ আহি হবেক প্ৰকাৰৰ প্ৰবঞ্চ কৰি আমাৰ অসমীয়াৰ মুখৰ ভাত কাঢ়ি খায়।

**ৰেলৰ কথা ঃ** ৰেলৰ কথা বুলিলে যোৰহাটৰ ৰেলখনৰ বহু কথাই মনলৈ আহি পৰে আৰু ই বেছ ৰহস্যজনক। যোৰহাটত 'যোৰহাট ৰেল' নামেৰে "ন্যৰ গেজ" অৰ্থাৎ নিচেই ঠেক ধুৰাৰ ৰেলগাড়ী এখন চলিছিল। যোৰহাটৰপৰা উত্তৰে গোঁসাই গাঁও অৰ্থাৎ ব্ৰহ্মপুত্ৰৰ পাৰ পায়গে আৰু দক্ষিণে যোৰহাট পাৰ হৈ চিনামৰা ষ্টেচনতে দুভাগ হৈ এটা লাইন মৰিয়নি ষ্টেচন পায়গে আৰু আনটো তিতাবৰ ষ্টেচনলৈ যায়। আমি কলেজত পঢ়োঁতে যোৰহাটৰপৰা এই ৰেলতে উঠি গৈ কেতিয়াবা তিতাবৰ ষ্টেচনত আসাম বেঙ্গল ৰেল ধৰি গুৱাহাটীলৈ যাওঁ। এই যোৰহাট ৰেল কেতিয়া আৰম্ভ হৈছিল মোৰ মনত নাই, এই শতিকা আৰম্ভ হোৱাৰ আগতে হ'ব। এই ৰেল-খনৰ মেনেজাৰজনৰ নাম আছিল মিঃ পিটাৰ। তেওঁক সচৰাচৰতে 'পিটাৰ চাহাব' বুলি উল্লেখ কৰা হয়। যোৰহাট ৰেলক সৰ্বসাধাৰণ মানুহে 'পিটাৰ চাহাবৰ ৰেল' বুলিহে বুজিছিল। তেওঁ বৰকেৰেণীৰ কামৰ বাহিৰে গোটেই ৰেলখনৰ সকলোবিলাক কামতে অসমীয়াক নিযুক্ত কৰিছিল। আন ঠাইৰ মানুহে কাম বিচাৰি আহিলেও তেওঁ স্পষ্টকৈ কৈছিল যে প্ৰথমতে যোৰহাটৰ মানুহক, তাৰ পিছতহে অসমৰ অন্য ঠাইৰ মানুহক কাম দিম। তেওঁ ৰেলত কাম কৰা গাৰ্ড, ইঞ্জিন চালক, কাৰিকৰ, মিস্ত্ৰী আদি লোকক বৰ মৰম কৰিছিল আৰু তেওঁলোকৰ দোষ পালে খঙত কেতিয়াবা খজুৱা অসমীয়া ভাষাতে জেতেৰা গালিও পাৰিছিল। এই গাড়ীখনৰ গাৰ্ড কেইজনমানে ভাং খায়। আমি কলেজৰপৰা আহোঁতে এনেয়ে ভোক-পিয়াহ লাগি আছে। তাতে আকৌ আমাৰ ৰেলৰ গাৰ্ডে চিনামৰাত ভাঙৰ আড্ডাত বহিলে আমি তাক হৈ কেতিয়াবা তেওঁ-লোকক মাতি বা টানি আনিব লগাতো পৰে। কেতিয়াবা আকৌ এই ৰেলৰ ইঞ্জিন ওটি যায়। বাটত কপলিং ছিগি গাড়ীৰ মানুহ যোৱা ভৰা হৈ যায়। এনেদৰে ইঞ্জিন আগতে ওটি যোৱাত এদিন আন ল'ৰাৰ লগতে মইো ঠেলি লৈ আকৌ ইঞ্জিন গুচো-তাই লৈ আনিব লগা হৈছিল। গান্ধীজী যোৰহাটৰপৰা যাওঁতেও হেনো এইদৰে কপলিং ছিগি ভৰা গাড়ী হৈ গৈছিল, আৰু পাছত আন মানুহে ঠেলি লৈ ইঞ্জিন খুৱাই আনিছিল।

এই সকু ৰেলখনৰ বহুত ৰহস্যৰ কাহিনী আছে। কিন্তু এই ৰেল আৰু যোৰহাটত থকা ইয়াৰ ওৱৰ্কশ্বপবপৰা যোৰহাট মহকুমাত বিমানবিলাক স্থানীয় কাঠমিস্ত্ৰী আৰু লোহা মিস্ত্ৰী গাঁৱে-ভূঞে ওলাইছিল অসমৰ আন কোনো ঠাইতে ইমান বেছি সংখ্যক স্থানীয় মিস্ত্ৰী নাছিল। ইয়াৰ গুৰিতে আছিল যোৰহাট ৰেলওৱে। যোৰহাটৰপৰা মৰিয়নিলৈ তৃতীয় শ্ৰেণীৰ টিকটৰ মূল্য আছিল ৵৬ পাই (দুই অনা ছয় পাই) আৰু তিতাবৰলৈ (তিনি অনা)। কিছুদিনৰ পাছত এই ৰেলৰ নাম হ'ল "যোৰহাট প্ৰভিন্সিয়েল ৰেলওৱে" (Jorhat Provincial Railway)। তাৰ কেইবছৰমানৰ মূৰত যেতিয়া আসাম বেঙ্গল ৰেলওৱে গবৰ্ণমেণ্টে ল'লে, তেতিয়া যোৰহাট ৰেলকো তাৰ বুকুতে সামৰি ললে আৰু ইয়াৰ নাম হ'ল "যোৰহাট ষ্টেট ৰেলৱে' (Jorhat State Railway)।

মই যি সময়ৰ কথা কৈছোঁ তেতিয়া সৰিয়হ তেলৰ মূল্য আছিল সেৰে পাঁচ অনা, ভুইশলা পইচাত দুটা, লোণ ৫ পইচাত ২ সেৰ (দুসেৰ), লাহি চাউল টকাত ২০ সেৰ (বিশ সেৰ) আৰু জহা চাউল টকাত ১৮ সেৰ (ওঠৰ সেৰ), মৰা-জৰা ধানৰ দাম মোনে ১ টকা। ১৯১১ চনত লোক পিয়ল মতে অসমৰ লোক সংখ্যা আছিল ৪,৩৩৩,৮২৬। তেতিয়া শিৱসাগৰ আৰু গোলাঘাটলৈ ৰেল চলা নাছিল। সেই কালত মই জনাত গাঁৱত দিন মজুৰী লৈ কাম কৰা মানুহ নাছিল। ইঘৰে সিঘৰক বিয়া সবাহৰ বভা-পৰলা দিয়া, ঘৰ সজা আদি কামত সহায় কৰিছিল বা কোনো মানুহে কাম কৰি দিয়াৰ বাবদ চাউল-পাত লৈছিল। সেই কালত বাগিচাৰ বনুৱাৰ বাবে আন কোনো সা-সুবিধাৰ প্ৰশ্নই নুঠিছিল। তেতিয়া মুনিহৰ দিন মজুৰী ১৪ পইচা আৰু তিৰোতাৰ দিন মজুৰী ১২ পইচা আছিল। নামত হাস্পতাল (Hospital) একোটা আছিল, কিন্তু ঔষধ বুলিবলৈ জ্বৰৰ নিমিত্তে কুইনাইন মিক্সাৰ, কেষ্টৰ অয়ল জুলাপ আৰু পেনুৰ দৰবৰ বাহিৰে আন ঔষধ বোধহয় নাছিলেই বা সামান্যহে আছিল।

**সৰুকালৰ খেল-ধেমালি ঃ** সৰুকালত দিনটোৰ সৰহভাগ সময় মই খেলা-ধুলাতে কটাইছিলোঁ। ঘৰৰপৰা বেজবৰুৱা হাইস্কুললৈ তিনিমাইল দূৰ আমি খোজ কাঢ়িয়েই স্কুললৈ অহা-যোৱা কৰিছিলোঁ। স্কুলৰপৰা ঘূৰি আহি লৰালৰিকৈ জা-জলপান এমুঠি গিলি ঘৰৰপৰা ওলাই লৰ মাৰোঁ খেল পথাৰলৈ। সেই সময়ত অৰ্থাৎ স্কুলীয়া জীৱনত ফুটবল খেলাটো দৈনন্দিন জীৱনৰ অপৰিহাৰ্য অঙ্গ আছিল। ঘৰতে ক্ৰিকেটৰ বেট, উইকেট সাজি, ৰবাৰ টেঙাৰ কলিবেপৰা আৰম্ভ কৰি ফটাকানিৰ বলবপৰা ৰীতিমত চামৰাৰ বললৈকে যি কোনো প্ৰকাৰৰ ঘূৰণীয়া বস্তু লৈ ক্ৰিকেট খেলিছিলোঁ। বাঁহৰ গুৰিৰ শাঁতিবপৰাও বল তৈয়াৰ কৰি লৈছিলোহঁক।

তাৰ বাহিৰেও খৰালি আমাৰ গাঁৱৰ পূবফালে থকা ডাঙৰ পথাৰখনত বহু দূৰলৈকে বহলাকৈ ধৰি, খুটি মাৰি এটা বৃত্তৰ চিহ্নিত কৰি, আমি ল'ৰাবিলাকে দমৰা আৰু কেঁড়িয়াবা হালৰ কম বয়সীয়া গৰুবোৰ ধৰি লৈ প্ৰতিযোগিতা কৰি দৌৰাওঁ। অৰ্থাৎ মানুহ অভ্যস্ত গৰু ব্যৱহাৰ কৰাৰ বিধান অনুসৰি দৌৰাৰ অভ্যস্ত গৰুৰ দৌৰ (Race) পাতোহঁক। আমাৰ ঘৰত হাল যোৱা গৰু আছিল। আমাৰ কলিয়া বতৰ গৰুটো দৌৰাই প্ৰায়ে প্ৰথম হওঁ। ককাদেউতাই এই কথা শুনিবলৈ পাই হালৰ গৰু দৌৰাই

কন্ট দিয়াৰ বাবে মোক খং কৰি আৰু তেনে কৰিবলৈ মানা কৰিছিল। এনেকুৱাকৈ গৰু দৌৰোৱা প্ৰতিযোগিতা দুবছৰমানহে চলিছিল। অলপ বুজন হোৱাত সেই খেল এৰি দিছিলোঁ। তাৰ ঠাইত আমাৰ সেই অঞ্চলত উদং মেলি দিয়া পুলিচৰ হেডকোৱাৰ্টাৰ আৰু আমাৰ গাঁৱৰ দক্ষিণে থকা সাউদকুছি সত্ৰৰ মহন্তসকলৰ ঘোঁৰা ধৰি জপা বা পথাৰে মুখত লেকাম লগাই লৈ লাফ মাৰি ঘোঁৰাৰ পিঠিত উঠি লৈ দৌৰাওঁ। কলেজলৈ যোৱাৰপৰাহে এইদৰে লোকৰ ঘোঁৰা ধৰি উঠা বিদ্যা এৰিলোঁ।

সাউদকুছি সত্ৰৰ হাতী এটাও আছিল। বান্দামাৰি ওচৰৰে চেনিমৰা খাগিচাৰ জংঘলত মেলি থোৱা অৱস্থাত ধৰি হাতীৰ পিঠিতো উঠিছিলোঁহঁক। সেই হাতীটোৰ স্বভাৱ কেতিয়াবা উগ্ৰ হয় আৰু সি এজন মানুহো মাৰিছিল। আজি ভাবিলে আচৰিত হওঁ যে এনে দুষ্ট হাতী ধৰি উঠিবলৈ আমাৰ দুঃসাহস হৈছিল ক'ৰপৰা ?

আমাৰ গাঁৱৰপৰা দক্ষিণ ফালে এমাইলৰ ভিতৰতে ভোগদৈ নৈ। বাৰিষা খৰালি বাৰমাহেই এই নৈ বৈ থাকে। খৰালি তাত একাঠুমানহে পানী থাকে, ঠায়ে ঠায়ে তাতোকৈয়ো কমহে। বাৰিষা নগা পাহাৰত বৰষুণ হলেই সাপৰ নেগুৰ ছিগা সোঁতত প্ৰকাণ্ড ধল আহি দোকালদাকাল পানীৰে ভোগদৈৰ দুয়োপাৰ বাগৰি যায়। এনে ধল এদিনতকৈ প্ৰায়ে নেথাকে। আমি ল'ৰাকালত ভৰ বাৰিষা এই নৈত সাঁতুৰিছিলোঁ। মই সাঁতুৰি-বলৈ শিকাও এটা ঘটনা। আমাৰ দলটোৰ ৭-৮ টা ল'ৰাৰ ভিতৰত ময়ে নুমলীয়া। বাকী কেইজন ল'ৰাই সাঁতুৰিব পাৰে, মইহে নাজানিছিলোঁ, গতিকে বাকী কেইজন ল'ৰাই সাঁতোৰাকে পাৰত বহি চাই থাকোঁ। এদিন লগৰ ল'ৰা এজনে মোক টানি নি এভিডি পানীত পেলাই দিলে। মই ডোকেচোকে পানীও খালোঁ আৰু সাঁতুৰিবলৈকো যত্ন কৰিলোঁ। তাৰ পিছৰপৰাই কঁকলুৱা পানীত নামি মই নিজে নিজে সাঁতুৰিবলৈ শিকিলোঁ আৰু কিছু দিনৰ পাছত সাঁতুৰিব পৰা হলোঁ। ভোগদৈত ধল আহিলেও গামোচা পিন্ধি লৈ এহাতে চোলা চুৰিয়া ওপৰলৈ দাঙি লৈ এহাতে সাঁতুৰি পাৰহে যাব পাৰিছিলোঁ। কিন্তু আজিকালিৰ ল'ৰা-ছোৱালীবিলাকে একেবাৰে সাতুৰিব নজনা হ'ল ; কাৰণ সাঁতুৰিবলৈ সময় আৰু সুবিধা দুয়োটাৰে অভাৱ হ'ল। আজিকালি কম লোকৰ ঘৰতহে পুখুৰী আছে আৰু ওচৰৰ নৈলৈ গৈ সাঁতোৰাৰ কথাটো বোধ হয় এই যুগৰ সভ্যতাৰ চাৰিবেৰৰ বাহিৰলৈ গ'ল। এতিয়া গা ধোৱা ঘৰত (Bathroom) কিম্বা আঁৰবেৰ লৈ চোতালতেহে গা ধোৱা কাৰ্যটো চলা হ'ল। ওচৰৰ নৈলৈ গৈ গা ধোৱা আৰু সাঁতোৰা এটা পুৰণি ইতিহাসৰ কথাত পৰিণত হ'ল—কেৱল আমাৰ ঠাইতে নহয়, বোধহয় প্ৰায় সৰ্বত্ৰই।

ওপৰত উল্লেখ কৰা খেল-ধেমালিবিলাকৰ বাহিৰেও উজনি অসম বাৰ্ষিক স্কুল টুৰ্ণামেন্টত মই আমাৰ স্কুলৰ (বেজবৰুৱা হাইস্কুলৰ) প্ৰতিযোগিতাত ভাগ লৈছিলো। আমাৰ স্কুলৰ দলটো অন্যান্য স্কুলৰ খেলুৱৈ দলতকৈ দুৰ্বল আছিল, কিয়নো আমাৰ খেলা পথাৰ নাছিল। স্কুলৰ সন্মুখৰ মুকলি ঠাইকণতে আমি খেলোঁহঁক। তদুপৰি টকাৰ নাটনিৰ বাবে স্কুলত খেলৰ আৱশ্যকীয় সামগ্ৰীবোৰো নাছিল। স্কুলৰ ছাত্ৰৰপৰা উঠা সামান্য খেলৰ মাচুলেই আমাৰ সম্বল আছিল। এই কাৰণেই আমাৰ স্কুল টুৰ্ণামেন্টত হাৰিছিল।

**কলেজীয়া শিক্ষাৰ বাট বুলি : (১৯১২—১৯২০) :** মেট্রিকুলেশ্যন পৰীক্ষাৰ ফলাফল যাহিৰ হ'ল। মই দ্বিতীয় বিভাগত পাছ কৰিলো। আমাৰ বেজবৰুৱা হাইস্কুলৰপৰা একমাত্ৰ ময়েইহে উত্তীৰ্ণ হ'লো। ঠিক হ'ল গুৱাহাটীৰ কটন কলেজত মোৰ ইন্টাৰ-মিডিয়েট পঢ়াৰ। আমাৰ গাঁৱৰ শম্ভুধৰ বৰুৱাই প্ৰথমেই বি, এ পাছ কৰে। আমাৰ বংশৰ কমলেশ্বৰ শৰ্মা (যি পিছত গোলাঘাটত ওকালতি কৰিছিল) মেট্রিকুলেশ্যন পাছ কৰি গৈ কটন কলেজত পঢ়িয়েই আছিল। গতিকে গুৱাহাটীলৈ যাবলগীয়া হোৱাত মোৰ বুকুত ভয় সোমোৱা নাছিল।

এদিন আসাম-বেঙ্গল ৰেলত গৈ পুৱা ৯ মান বজাত গুৱাহাটী ষ্টেচন পালোঁগৈ। ৰাতিপুৱাতে গুৱাহাটী চহৰ সোমোৱাৰপৰা পৰ্বত মালাৰে সৈতে চাৰিওফালে সেউজীয়া মনোৰম দৃশ্যবোৰ দেখি বৰ ভাল লাগিছিল। তেতিয়া গৰম বন্ধ খুলিবৰ হৈছেহে মাত্ৰ, ছাত্ৰাবাসৰ মেচ ভালকৈ চলা নাই। টেপত পানীও কম আছিল। মই আৰু একেলগে যোৱা ২।৩ জন ল'ৰাই ব্ৰহ্মপুত্ৰত গা ধোৱা স্থিৰ কৰিলোঁ। মোৰ সম্পূৰ্ণ অনভিজ্ঞতাৰ কাৰণে তেতিয়া ঘটা এটা ঘটনাৰ কথা মনত পৰিলে আজিও গাৰ নোম শিয়ঁৰি উঠে।

গৰম বন্ধ খোলাৰ পাছত তেতিয়াও ল'ৰা হোষ্টেললৈ প্ৰায় অহা নাই। বহুত দিন অব্যৱহৃত পাইখানাটোৰ 'পেন'টোত যে বৰলৰ বাঁহ এটা আছিল মই ক'ব নোৱাৰোঁ। মই সোমাই বহা মাত্ৰকে কিবা এটাই যেন সাংঘাতিক চকা মাৰিছে মোক ওফৰাই পেলালে। বুজিবলৈ আৰু সৰহ সময় নেলাগিল তাত যে বৰলৰ বাঁহ আছিল। প্ৰায় ৪০।৫০ টামান বৰলে একে সময়তে মোৰ পশ্চাৎ ভাগত বিন্ধিলে। এই ঘটনাৰ কথা কাকো নকৈ লগৰ ল'ৰাৰ লগত অতি কষ্টে ব্ৰহ্মপুত্ৰত গা ধুবলৈ গলোঁ। মই যেন এটা যন্ত্ৰচালিত পুতলাৰ দৰে হৈ পৰিলোঁ। গোটেই শৰীৰ অৱশ হৈ পৰিল। সেইটো জুলাই মাহৰ ১।২ তাৰিখৰ কথা। ব্ৰহ্মপুত্ৰৰ বৰফ গলা পানী বেছ শীতল হৈ পৰিছে। গুৱাহাটীৰ কাছাৰীঘাটৰ কেইটামান চিৰিৰ ওপৰলৈকে পানী উঠিছে। সেই চেঁচা পানীত ডিঙিলৈকে ১০।১৫ মিনিটমান ডুবি বৈ থকাত বিষ যেন অলপ কমিল। দুপৰীয়া হোষ্টেলত খোৱাৰ ব্যৱস্থা নাছিল। আবেলি ভাগলৈ মোৰ জ্বৰ উঠিল। অৱশ্য তাৰ পাছদিনা সেই জ্বৰ-বিষ বহুত পাতলিল।

আজিকালি কম ল'ৰা-ছোৱালীকহে এই শিক্ষা দিয়া হয় যে কিছুদিন অব্যৱহৃত ঘৰ বা কোঠাত সোমাওঁতে অতি সাৱধানেহে সোমাব লাগে আৰু ভালেদিন একে ঠাইতে থোৱা ইটা বা শিলৰ দ'মটোৰ ওচৰলৈ যাওঁতে অতি সাৱধানেহে যোৱা উচিত। কিয়নো তেনেকুৱা ঠাইত সাপ, কোদো বৰল, বিষাক্ত মকৰা ইত্যাদিয়ে অপঘাত কৰাৰ ভয় থাকে।

সেই যুগত আমাৰ মাজত (মই প্ৰাপ্ত বয়স্ক লোকসকলৰ কথাহে কৈছোঁ) ৰাজনৈতিক জীৱন নাছিল বুলিয়েই ক'ব পাৰি। মোৰ সৰু কালত যোৰহাটত কোনো প্ৰকাৰৰ ৰাজনৈতিক আলাপ-আলোচনা, সভা-সমিতিৰ কথা শুনা মনত নপৰে। বাতৰি কাকতৰ ভিতৰত 'টাইমচ অৱ আসাম' (Times of Assam) বোধহয় আছিল। কিন্তু মই দেখা মনত নপৰে। হয়তো বা আন আলোচনীও আছিল, কিন্তু থাকিলেও ইয়াৰ সংখ্যা আৰু প্ৰচাৰ ইমান কম যে সি নগণ্য। বঙালী 'সঞ্জীৱনী', আৰু 'হিতবাদী

সাপ্তাহিক বাতৰি কাকত দেখিছিলোঁ। মোৰ পিতৃদেৱতা 'সঞ্জীৱনী' কাকতৰ গ্ৰাহক আছিল। এই সাপ্তাহিক কাকতখনৰ আকৃতি ডাঙৰ আছিল (double royal)। তেতিয়া ইংৰাজী বাতৰি কাকত আঙুলিৰ মূৰত লেখিব পৰা অসমীয়াই মাত্ৰ পঢ়িছিল। এই পাছৰা দিনবোৰৰ কথা যেতিয়া মনত পৰে আমাৰ সক কালৰ সামগ্ৰিক পাৰিপাৰ্শ্বিক অৱস্থা আজিৰ দিনৰ লগত তুলনা কৰি চালে কিমান যে স্বৰ্গ মৰ্ত্যৰ প্ৰভেদ তাক ভাবি অভিভূত হ'ব লাগে।

**কলেজীয়া জীৱনৰ মাধুৰ্য :** কি মুনিহ, কি তিৰোতা সকলো মানুহৰে জীৱনলৈ এনে এটা সময় আহে যেতিয়া মনৰ ভাববিলাক উৰা-উৰা হয়। সীমাহীন কল্পনাৰে মানুহে নিজৰ ভবিষ্যত জীৱনৰ সোণৰ সপোন দেখে। ১৯১২ চনৰপৰা ১৯১৬ চনলৈকে কটন কলেজত থকা এই চাৰিটা বছৰত মোৰ জীৱনলৈ কিছু পৰিমাণে সংঘাত আহিলেও কলেজীয়া জীৱনৰ মধুৰ স্মৃতি আজিও যেন সেউজীয়া হৈ ৰৈছে।

জিলাৰ (মানে নগৰৰ) পৰা তিনিমাইল দূৰৈৰ গাঁৱত মোৰ ঘৰ। তেতিয়া যোৰহাট নগৰখনো এখন ডাঙৰ গাওঁ বুলিলেহে শুৱায়। এনে এখন সৰু ঠাইৰপৰা গুৱাহাটীৰ নিচিনা এখন ডাঙৰ চহৰলৈ গৈ মোৰ ভাল লাগিছিল। অসমৰ চাৰিও চুকৰপৰা কটন কলেজলৈ অহা ছাত্ৰসকলৰ লগত ছাত্ৰাবাসত থাকি মনত এটা নিত্য নতুন ভাব অনুভৱ কৰিছিলোঁ। সেইবাবে কলেজত পঢ়ি আৰু হোষ্টেলত থাকি আমনি পোৱা নাছিলোঁ। আমাৰ দিনত প্ৰতি বছৰত মাঘৰ বিহু আৰু সৰস্বতী পূজা কলেজীয়া জীৱনৰ স্মৰণীয় উৎসৱ আছিল। হোষ্টেলত থকাসকলে এই দুটা দিন বৰ আনন্দেৰে উপভোগ কৰিছিল। এই দুয়ো দিনতে হোষ্টেলৰ ছাত্ৰসকলে অলপ বলকৰ মাজ চ'ৰাত গোটেই দিনটো অবিৰাম গান-বাজনা কৰিছিল আৰু লুচি, পায়স আদি যিমান খাব পাৰে খাইছিল। আবেলি ছাত্ৰসকলৰ এখন মুকলি সভা হৈছিল। বাহিৰৰ দুই চাৰিজন বিশিষ্ট লোককো নিমন্ত্ৰণ কৰি অনা হৈছিল। এই দুটা উৎসৱলৈ প্ৰায় প্ৰতি বছৰে মহামহোপাধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্য দেৱক নিমন্ত্ৰণ কৰা হৈছিল আৰু তেখেতে সংস্কৃত ভাষাতে বৰ মনোগ্ৰাহী বক্তৃতা দিছিল । মই সংস্কৃত ভালকৈ নেজানিলেও তেখেতৰ বক্তৃতা বৰ মনোযোগেৰে শুনিছিলোঁ আৰু প্ৰায়ে বুজিছিলোঁ।

ছাত্ৰ জীৱনৰ প্ৰধান কৰ্তব্য পঢ়া-শুনা হলেও মই নিজকে ঐকান্তিক ভাৱে সেই কৰ্তব্যত নিয়োগ কৰিব পৰা নাছিলোঁ। "পঢ়ে, পঢ়ুৱায়, যোৱে পাশ, এই তিনিয়ে নিচিন্তে আন"—মোৰ বেলিকা হলে এই কথাষাৰ প্ৰযোজ্য নহৈছিল। মই শ্ৰেণীৰ পাঠ্য পুথি পঢ়াত কম সময়হে খৰছ কৰিছিলোঁ। বাহিৰা কাৰ্যত যেনে কলেজৰ সভা-সমিতি আৰু ছাত্ৰৰ উৎসৱ আন্দোলনবোৰত আৰু বেছিকৈ খেলাধূলাত যথেষ্ট সময় খৰছ কৰি গা ঢালি দিছিলোঁ। এই চাৰি বছৰৰ ভিতৰত মই দিনে অতি কমেও দুই তিনি ঘণ্টা টেনিচ খেলিছিলোঁ। ছাত্ৰ জীৱনৰ দিনবোৰলৈ উভতি চাই আজি মই ভাবোঁ যে মই যদি পঢ়াত একাগ্ৰতাৰে মনোযোগ দিলোঁহেঁতেন তেন্তে হলে বোধহয় পৰীক্ষাৰ ফল আৰু বহুগুণে ভাল কৰিব পাৰিলোঁহেঁতেন। মই আন্তৰিকতাৰে সৈতে যি বিষয়তে মন দিছিলোঁ তাত বিফল হোৱাৰ কথা বৰ মনত নপৰে। স্কুল আৰু কলেজৰ সাপ্তাহিক, মাসিক, ত্ৰৈমাসিক, বছেৰেকীয়া আৰু বিশ্ববিদ্যালয়ৰ পৰীক্ষাত

মই কেতিয়াও কোনো দিনে অকৃতকাৰ্য (fail) হোৱা নাছিলোঁ। সেইদৰে পঢ়াত একাগ্ৰতাৰ্থীয়াকৈ মন নিদিয়া হেতুকে পৰীক্ষাত উচ্চ স্থানো পোৱা নাছিলোঁ।

মোৰ শিক্ষকসকলৰ লগত প্ৰায়ে সম্ভাৱ আছিল। তেখেতসকলক মই সম্মান কৰি চলিছিলোঁ, আৰু তেখেতসকলেও মোক মৰমৰ চকুৰে চাইছিল। কলেজত যি সকল অধ্যাপক লগ পাইছিলোঁ সেইসকলৰ কেইজনমানৰ বিষয়ে একেষাৰ উল্লেখ কৰি নগলে মোৰ ত্ৰুটী হৈ যাব বুলি ভাবোঁ।

তেতিয়া কলেজৰ ইংৰাজীৰ অধ্যাপক আছিল প্ৰফুল্ল চন্দ্ৰ ৰয় (P. C. Roy)। তেখেতে বৰ মনোগ্ৰাহীকৈ ইংৰাজী পঢ়ুৱাব পাৰিছিল। নিৰ্দিষ্ট পাঠ্যপুথিৰ বাহিৰেও তেখেতে অন্য চিত্তাকৰ্ষক কবিতা যেনে মিল্টনৰ 'লালে গ্ৰে', 'ইল পেন্সিৰ', টেনিচনৰ 'লক্স লে হল' আমাক অতিৰিক্ত সময়ত এনে সুন্দৰকৈ পঢ়ুৱাইছিল যে সেই পদ্যবোৰৰ ভালেমান ছেদ (Para) আজিও মোৰ মুখস্থ আছে। পি, চি, ৰয় ব্ৰাহ্মণ আছিল। তেখেত টেনিচ খেলত ভাল আছিল, ক্ৰিকেটো ভাল খেলিছিল। সেই সময়ত পি, চি, ৰয় কটন কলেজৰ খেলা-ধূলাৰ প্ৰাণ স্বৰূপ আছিল।

· ভুবনমোহন সেন্‌ঃ বুৰঞ্জী বিষয়ৰ অধ্যাপক ভুবনমোহন সেনেও ছাত্ৰসকলক খুব ভালকৈ পঢ়ুৱাইছিল। ছাত্ৰসকলেও তেখেতৰ পঢ়োৱাত মন দিছিল আৰু তেখেতক শ্ৰদ্ধা ভক্তি কৰিছিল। তেখেত ছাত্ৰবিলাকৰ লগত ফুটবল খেলিছিল। তেখেত এসময়ত মোহন বাগানৰ খেলুৱৈ আছিল বুলিও শুনিছিলোঁ।

অধ্যাপক বনমালী বেদান্ত তীৰ্থই আমাক ন্যায় শাস্ত্ৰ (Logic) পঢ়ুৱাইছিল। তেখেতৰ পঢ়োৱা পদ্ধতি বৰ মনোগ্ৰাহী আছিল। আমি তেখেতৰ ওচৰত বেছি দিন পঢ়িবলৈ নেপালোঁ। তেখেত কাশ্মীৰলৈ কলেজৰ অধ্যক্ষ হৈ গ'ল বুলি শুনিছিলোঁ।

১৯১৪ চনত মই আই, এ, পৰীক্ষা পাছ কৰোঁতে এটা প্ৰতিযোগিতামূলক বৃত্তি পাইছিলোঁ। সেই বৃত্তিৰ টকা কলিকতা মেডিকেল কলেজত দিয়াৰ কথা আছিল। কিন্তু কলিকতালৈ যোৱাৰ আগতে মোৰ সাংঘাতিকভাৱে গ্ৰহণী বেমাৰ হ'ল। এই ৰোগত দুমাহমানলৈ প্ৰায় শয্যাশায়ী হ'লোঁ। এতিয়া গ্ৰহণীৰ যেনেকুৱা ভাল ঔষধ ওলাইছে, সেই দিনত তেনেকুৱা ঔষধ নাছিল। মোৰ গ্ৰহণীও সম্পিত হ'ল, আৰু অলপ অনিয়ম কৰিলে সি এতিয়াও দেখা দিয়ে। মোৰ গা ভাল হওঁতে হওঁতে মেডিকেল কলেজৰ সেই বছৰ নাম লগোৱাৰ সময় পাৰ হৈ গ'ল। প্ৰথম বাৰ্ষিক শ্ৰেণীৰ পঢ়োৱাও আৰম্ভ হৈ গ'ল। কিছুদিনৰ পাছত গৈ মেডিকেল কলেজত নাম লগাব নোৱাৰি মই কলিকতাৰ আমহাৰ্ষ্ট ষ্ট্ৰীটত থকা চেণ্ট প'ল কেথেড্ৰেল মিছন কলেজতে তৃতীয় বাৰ্ষিক শ্ৰেণীত (তেতিয়া ইণ্টাৰমিডিয়েট দুবছৰ আৰু বি, এ,ত দুবছৰ পঢ়াৰ নিয়ম আছিল।) নাম লগাই কলেজৰ হোষ্টেলতে থাকিবলৈ ললোঁ। তাৰ পাছত মই কলেজৰ অধ্যক্ষৰপৰা চাৰ্টিফিকেট লৈ আহি কটন কলেজত তৃতীয় বাৰ্ষিকত নাম লগাই 'ইকনমিক্স'ত অনাৰ্চ লৈ পঢ়িবলৈ ধৰিলোঁ।

মোৰ নিজৰে অতীত জীৱনছোৱাৰ ঘটনাবিলাক চালি-জাৰি চাই মই ভিৰোং-কৈ উপলব্ধি কৰোঁ যে মানুহে মাত্ৰ যত্নহে কৰিব পাৰে। শুই থকা সিংহৰ মুখত পহু নিজে নোসোমায়গৈ। কিন্তু বিধিৰ লিখন কেতিয়াও খণ্ডন নহয়। মানুহৰ

ভাগ্য বুলিলে যি বুজা যায়, সেই ভাগ্যৰ পূৰ্ব নিৰ্দিষ্ট ব্যৱস্থা ঠিক সেইদৰে ঘটিবই, তাৰ লৰচৰ হ'ব নোৱাৰে। চকুৰ আগতে অচলাও নিচলা হোৱা দেখিলো আৰু নিচলাও অচলা হোৱা দেখিছোঁ। কিছুমান কাৰ্যৰ বা অৱস্থাৰ আমি কিছুমান কাৰণ ভাবি উলিয়াওঁ, তেহেলৈ সেইবিলাক প্ৰকৃত কাৰণ হবও পাৰে, নহবও পাৰে। কিন্তু কিছুমান অৱস্থাৰ যে কোনো কাৰণেই ভাবি পোৱা নেযায়, 'বিধিৰ বিধান' বুলি নিজৰ মনকে প্ৰবোধ দিয়া হয়। সেইবুলি মই এইটোও কবলৈ বিচৰা নাই যে বেয়া কাৰ্য কৰিলে তাৰ বেয়া ফল ভুগিব নেলাগিব। ১৯১৪ চনৰ মে'-জুন মাহত যদি মোৰ গ্ৰহণী ৰোগ নহে মেডিকেল কলেজত নাম লগাব পাৰিলোঁহেঁতেন তেনে মোৰ জীৱনৰ সুঁতি কোন পিনে কেনেকৈ ব'লেহেঁতেন তাক কোনে ক'ব ?

মই কলিকতাৰপৰা আহি কটন কলেজত তৃতীয় বাৰ্ষিকত যোগ দিওঁতে অধ্যাপক ব্ৰাউন চাহাবে কটন কলেজত অধ্যাপনা কৰিবলৈ আহে। তেখেতে অৰ্থনীতি (Economics) আৰু ৰাজনীতি বিজ্ঞান (Political Science) পঢ়ুৱাবলৈ লৈছিল। তেতিয়া এই দুয়োটা বিষয় বি-এ শ্ৰেণীৰ নিমিত্তে কলিকতা বিশ্ব-বিদ্যালয়ে এগোট কৰি লৈছিল আৰু বিষয়টোৰ নাম দিছিল 'পলিটিকেল ইক'নমি' আৰু 'পলিটিকেল ফিলচফি', ইয়াক চমুকৈ 'ইকনমিক্স' (Economics) বুলি কোৱা হৈছিল।

"কৃষ্ণ শৰ্মাৰ ডায়েৰীত" অধ্যাপক ব্ৰাউন চাহাবৰ বিষয়ে কিছু সমালোচনা কৰি শেষত লিখিছে—"অন্তৰত বোধ হয় ব্ৰাউন চাহাবে মোক সিমান বেয়া পোৱা নাছিল। আনফালে সকলো ক্ষেত্ৰতে আমি ব্ৰাউন চাহাবক ভাল পাইছিলোঁ।" এই গৰাকী অধ্যাপকৰ বিষয়ে শৰ্মাৰ সমালোচনা ভালকৈ খাপ নাখায়। হয়তো কৃষ্ণ শৰ্মাৰ মূল্যাংকনটোত খুঁত নেথাকিবও পাৰে। কিয়নো এজন মানুহৰ আন এজন মানুহৰ বিষয়ে মনোভাব তেওঁৰ নিজৰ প্ৰকৃতিয়ে বহু পৰিমাণে নিৰ্ণয় কৰে। কিন্তু কৃষ্ণনাথ শৰ্মা আৰু মোৰে এই মত মিলে যে ব্ৰাউন চাহাব ইতিহাস আৰু অৰ্থনীতিত এগৰাকী আন্তৰ্জাতিক খ্যাতি সম্পন্ন পণ্ডিত আছিল। মানুহ গৰাকী বেছ সুশ্ৰী, সৌম্যমূৰ্তি আৰু দয়ালু আছিল। তেখেতে ছাত্ৰসকলক অন্তৰৰপৰা ভাল পাইছিল আৰু ছাত্ৰসকলেও তেখেতক খুব ভাল পাইছিল।

**ব্ৰাউন চাহাবৰ চিঠি :** কলেজৰপৰা অহাৰ পাছতো ব্ৰাউন চাহাবৰ লগত মই চিঠিৰ আদান-প্ৰদান ৰাখিছিলোঁ। মোৰ বিয়াত ব্ৰাউন চাহাবলৈকো মই এখন নিমন্ত্ৰণী চিঠি দিছিলোঁ। আমাৰ সামাজিক বান্ধোন মানি চলিবলৈ বাধ্য হৈ তেৰ বছৰীয়া কুমাৰী কন্যা এটি বিয়া কৰাবলৈ ওলাইছোঁ বুলি আক্ষেপ কৰি তেওঁলৈ লিখিছিলোঁ। তাৰ উত্তৰত অধ্যাপক ব্ৰাউনে তিনিপিঠি জোৰা অতি সুন্দৰ আৰু আন্তৰিকতাপূৰ্ণ অথচ অতি সাৰুৱা কথা লিখি মোলৈ এখন চিঠি দিলে। তাত তেখেতে লিখিছিল—"কম বয়সীয়া ছোৱালী বিয়া কৰোৱা আৰু যৌথ পৰিয়াল এই দুয়োটাতে ভাৰতবৰ্ষৰ বিশিষ্টতা প্ৰকাশ পাইছে। ভাৰতৰ আৰ্থিক অৱস্থা আন দেশতকৈ তুলনামূলক ভাৱে দীন হলেও এই দীনতা ভাৰতৰ কাৰণে প্ৰেৰণাৰ উৎসহে। তোমালোকৰ যেতিয়া যৌথ পৰিয়াল নোহোৱা হ'ব আৰু যেতিয়া অধিক বয়সত ছোৱালী বিয়া দিয়া হ'ব তেতিয়া তোমালোকৰ আৰ্থিক আৰু সামাজিক ভুনিয়াদটোৱেই নষ্ট হৈ যাব। এতিয়া

ইউৰোপ আৰু আমেৰিকাত যিবোৰ সমস্যাই সাংঘাতিক ৰূপ লৈছে অতি কম সময়ৰ ভিতৰত ভাৰতবাসীৰ আগত সেইবোৰে দেখা দিব। কিয়নো ভাৰতবৰ্ষ এখন বৃহৎ ঐতিহ্যপূৰ্ণ দেশ হলেও ই দুখীয়া দেশ।"

যি সকলে আজি, ধীৰ, স্থিৰ আৰু গভীৰভাৱে দেশৰ কথা চিন্তা কৰে সেই-সকলে ব্ৰাউন চাহাবে ১৯১৯ চনতে লিখা কথাৰ যথাৰ্থতা আজি ভালকৈ উপলব্ধি কৰিব পাৰিব। মোৰ আইৰ ১৯৬২ চনৰ ১৩ জুন, শুক্লা একাদশীৰ দিনা ৯৪ বছৰ বয়সত পৰলোকপ্ৰাপ্তি হয়। মাত্ৰ ডেৰমাহ মানুহে তেখেত শয্যাশায়ী হৈছিল। তেতিয়া ঘৰৰ বোৱাৰী-জীয়ৰী, ভাগিনী-ভতিজাৰিলাকে শুশ্ৰূষা নকৰা হলে কি অৱস্থা হ'লহেঁতেন তাক ভাবিবলৈকে ভয় লাগে। সেই সময়ত মোৰ অধ্যাপক ব্ৰাউনৰ চিঠিৰ কথা মনত পৰিছিল। এতিয়া ১৯৭৫ চনত মোৰ দদাই কমলেশ্বৰ শৰ্মাৰ বয়স ১০০ বছৰ। আমাৰ দেশৰ ঐতিহ্য অনুযায়ী পৰিয়ালৰ মানুহৰদ্বাৰা তেখেতৰ সেৱা শুশ্ৰূষা নোহোৱা হলে কি হ'লহেঁতেন? আমাৰ দেশত জানো ইউৰোপ আমেৰিকাৰ দৰে যথেষ্ট চৰকাৰী আস্পা-তাল আছে? নাই। একান্নবৰ্তী যৌথ পৰিয়াল ছিন্ন-ভিন্ন হৈ ভাগি গলে আমাৰ সমাজৰ বুঢ়া-বুঢ়ীসকলৰ কি অৱস্থা হব তাক ভাবিবলৈকে ভয় লাগে। সেই বুলি এজনে ঘটিৰ দহজনে বহি খাবি এনে দিনো উকলিছে। দেশ কাল আৰু সমাজৰ এটা সাম-ঞ্জস্য ৰক্ষা কৰি চলিব লাগিব। প্ৰাপ্ত বয়স্কা ছোৱালীৰ বিয়াই যৌথ পৰিয়াল ভঙাৰ এটা পৰিস্থিতি আনি দিছে।

মই আই-এ পঢ়োঁতে মোৰ ৰসায়ন বিষয় আছিল আৰু সেই বিষয়ত ডঃ ডেভিড টমচন আৰু চুনী বাবুৰ (চুনীলাল দে) বাহিৰে আন অধ্যাপকসকলক কেতিয়াবাহে লগ পাইছিলোঁ। ডঃ ডেভিড টমচন স্কট ( Scott ) আছিল। তেওঁ এজন কৰ্তব্য-পৰায়ণ, নিৰ্ভীক আৰু স্পষ্টবাদী মানুহ আছিল। চুনী বাবুক ছাত্ৰসকলে বৰ ভাল পাইছিল আৰু গভীৰ শ্ৰদ্ধা কৰিছিল। তেখেত এই যুগৰ এগৰাকী ঋষি তুল্য, সৰ্বজনপ্ৰিয় লোক আছিল। তেখেতে ছাত্ৰক ৰসায়ন বিষয়ত অনুপ্ৰাণিত কৰি তুলিছিল। কটন কলেজত আমাক নপঢ়োৱা আন অধ্যাপকসকলৰ বিষয়ে মোৰ এতিয়া বেছি কথা মনত নপৰে।

১৯১২ চনত মই যেতিয়া মেট্ৰিকুলেশ্যন পৰীক্ষা পাছ কৰি কটন কলেজলৈ যাওঁ তেতিয়া কটন কলেজত দুই কি তিনিখনমান 'টেনিচ কৰ্ট' আছিল। তাৰ আগতে মই যোৰহাটত টেনিচ খেলা দেখা অলপহে মনত পৰে। তেতিয়া যোৰহাটৰ মেজি-ষ্ট্ৰেট বিষ্ণুপ্ৰসাদ দুৱৰা আৰু তেখেতৰ লগৰ কেইজনমানে অসমীয়া থিয়েটাৰ হলৰ সন্মুখত এখন টেনিচ কৰ্ট কৰি লৈ খেলিছিল। সেই দিনত ইংৰাজসকলৰ ক্লাববিলাকত প'ল খেলা, বাৰ্ষিক ঘোঁৰাদৌৰ প্ৰতিযোগিতা (Horse race) আদিৰ উপৰিও টেনিচ খেল হৈছিল। মই আঁতৰৰপৰাই ইংৰাজসকলৰ টেনিচ খেলা এদিন কি দুদিন দেখিছিলোঁ। তেতিয়া নিজে খেলিবলৈ পোৱাটো দূৰৰ কথা, ওচৰৰ পৰাও খেল চাব পৰা নাছিলোঁ।

কটন কলেজৰ ছাত্ৰাবাসত ১৯১২ চনৰ শেহৰ ভাগত হষ্টেলত থকা বহুত ল'ৰাই টেনিচ খেলিবলৈ লৈছিল। ইয়াৰ এজন প্ৰধান উদ্যোক্তা আছিল শিৱসাগৰৰ হৰনাথ বৰুৱা। তেতিয়া তেখেত আছিল তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। ছাত্ৰাবাসৰ বহুতো টেনিচ প্ৰেমী আৰু উদ্যোগী ছাত্ৰই তেখেতৰ লগ লাগিছিল। হৰনাথ বৰুৱাই নতুনকৈ

নাম ভৰ্তি কৰা ছাত্ৰসকলক টেনিচ খেলিবৰ কাৰণে দুখন কি তিনিখন টেনিচ কৰ্ট নিজে জাগি মেলি কৰাই দিছিল। ১৯১২/১৩ চনত মুছলিম ছাত্ৰাবাসৰ সৈতে দুখন পকা কৰ্ট চৰকাৰৰ খৰচত কৰা।

'টেনিচ কৰ্ট' বুলিলে আজিৰ দৃষ্টিভঙ্গীৰে চাব নেলাগিব। এতিয়া 'গ্ৰেভল কৰ্ট' এখন খুলিবলৈ হলেও বিশ-পঁচিশ হাজাৰ টকাৰ দৰকাৰ। কিন্তু তেতিয়া ছাত্ৰাবাস কেইটাৰ মাজত থকা আৰু 'আৰ্টচ বিল্ডিঙ'ৰ দক্ষিণে খালী ঠাই কেইখনত ল'ৰাই নিজেই কোৰেৰে চাচি-চুকৰি অলপ সমান কৰি লৈ কাঠৰ খুটা দুটা পুতি নেট এখন তৰি ললেই টেনিচ কৰ্ট হৈ গৈছিল। তেখেত ১৯১২ চনত অক্ত শলকৰ দক্ষিণে সন্মুখৰ টেনিচ কৰ্টখনৰ সভ্য আছিল। তেখেতে মোক আৰু বংশীধৰ বৰুৱাক সেই টেনিচ কৰ্টখনৰ সভ্য কৰি ললে আৰু আমাক খেলিবলৈ লগালে। কালীচৰণ ভট্টাচাৰ্যই এদিন মই টেনিচ খেলিব নাজানি তেওঁলোকৰ খেলাও নষ্ট কৰাত মোক তিৰস্কাৰ কৰিছিল। এই সময়ত হোষ্টেলৰ বাৰাণ্ডাতে বহি খেলা চাই থকা ছাত্ৰসকলে হাঁহিবলৈ ধৰিলে আৰু সকলোৱে মোকে উদ্দেশ্য কৰি কিবা কোৱা যেন অনুভৱ কৰিলো। তেতিয়া মই মোৰ কোঠালৈ আহি নিজৰ বিছনাত পৰি খুউব কান্দিবলৈ ধৰিলো। এই অপমানত মই মৰ্মাহত হৈছিলোঁ। মনতে প্ৰতিজ্ঞা কৰিলোঁ যে কালীচৰণ ভট্টাচাৰ্যক হৰুৱাবই লাগিব। তেতিয়াৰেপৰা মই আগ্ৰহেৰে টেনিচ খেলিবলৈ লাগিলোঁ আৰু দিনটোৰ ভিতৰত দুই তিনি ঘন্টা বা তাতোকৈ বেছি টেনিচ খেলিবলৈ ললোঁ।

এই ঘটনাৰ দুই কি আঢ়ৈ বছৰৰ পাছত মই চিঙ্গোল ( Single ) খেলত কালী-চৰণ ভট্টাচাৰ্যক হৰুৱাইছিলোঁ। তৃতীয় বাৰ্ষিকৰপৰা চতুৰ্থ বাৰ্ষিকলৈ প্ৰমোচন পোৱাৰ সময়ত মোৰ মেলেৰিয়া জ্বৰ হৈছিল। তেতিয়া জ্বৰৰ গাৰেই মই কটন কলেজৰ প্ৰতি-যোগিতাত চিঙ্গোল আৰু ডবল দুয়োখন প্ৰতিযোগিতাত জয়ী হৈ চেম্পিয়নশ্বিপ কাপ লাভ কৰিলোঁ। ডবলচ খেলাত মোৰ পাৰ্টনাৰ আছিল ডঃ বংশীধৰ বৰুৱা। তেওঁ এজন বৰ সৎ প্ৰকৃতিৰ, সৎ চৰিত্ৰৰ আৰু পৰোপকাৰী লোক আছিল। এম, বি পাছ কৰি ডাক্তৰী কৰি থাকোঁতে তেওঁৰ অকালতে বিয়োগ ঘটিল।

এই ঘটনাৰপৰা নিজৰ ক্ষেত্ৰত এইটোকে উপলব্ধি কৰিলোঁ যে ইচ্ছা, যত্ন আৰু অধ্যৱসায়ৰ দ্বাৰা মানুহে বহুতো দুঃসাধ্য কাৰ্যতো সফল বা কৃতকাৰ্য হব পাৰে।

কটন কলেজত সেই দিনতে সকলোবোৰ খেল আছিল—যেনে ফুটবল, ক্ৰিকেট, হকী, বেডমিন্টন ইত্যাদি। তেতিয়া ভলীবল ওলোৱা নাছিল। মিশ্যন কম্পাউণ্ডত বাস্কেট বল খেলিছিলোঁগৈ। ১৯৫০ চনত মোৰ "সুবেছী" হোৱালৈকে মই বেডমিন্টন আৰু টেনিচ খেলাৰ নিয়ম মতে অভ্যাস ৰাখিছিলোঁ। ১৯৪২ চনৰপৰা ১৯৪৫ চনলৈকে আমাক 'চিকিউৰটি' বন্দী হিচাপে যোৰহাট জেইলত ৰখাত বেডমিন্টন খেলিবলৈ দিছিল। চিকিউৰিটি বন্দীসকলৰ ভিতৰত গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি আৰু ফখৰুদ্দিন চাহেবে ভালদৰে বেডমিন্টন খেলিব পাৰিছিল। বৰদলৈ যথেষ্ট শকত আৱত হোৱাৰ কাৰণে তেখেতৰ গতি চলন অলপ ধীৰ আছিল যদিও তেখেতৰ খেলা অতি চমৎকাৰ আছিল। অৱশ্যে এই তিনিজনে মোৰপৰা গেম নিব নোৱাৰিছিল।

**গুৱাহাটী আৰ্ল ল কলেজত :** ১৯১৬ চনত বি-এ পাছ কৰি মই গুৱাহাটীত থকা আৰ্ল ল কলেজত নাম লগাইছিলোঁ। মই আৰ্ল ল কলেজত মাত্ৰ আঠমাহ পঢ়িছিলোঁ। ১৯১৫ চনৰপৰা মোৰ মেলেৰিয়া জ্বৰ হৈছিল। সপ্তাহটোৰ ভিতৰত এদিন কি দুদিন তীব্ৰ জ্বৰ উঠে আৰু বাকী কেইদিন আমাৰ গাঁৱলীয়া ভাষাত কোৱাৰ দৰে 'জ্বৰে এৰিলেও কৰ্পাটিয়ে নেৰে।'

সিপিনে কলেজত মোৰ উপস্থিতি কমি আছিল। তেতিয়াৰ দিনত গুৱাহাটীৰ কলেজৰ শ্ৰেণীত প্ৰক্‌চি ( Proxy ) অৰ্থাৎ এজনৰ হৈ আন এজনে উপস্থিতি দিয়া নিয়মটো মুঠেই নাছিল। সম্ভৱতঃ ইয়াৰ দুটা কাৰণ আছিল—শিক্ষকে প্ৰতিজন ছাত্ৰকে নামে মুখে চিনি পাইছিল। অনুপস্থিত ছাত্ৰৰ প্ৰক্‌চি দিলে দেখ দেখ্‌কৈ ধৰা পৰি যায়। তদুপৰি সেই সময়ত ছাত্ৰ সমাজৰ মাজত সাধাৰণভাৱে দুৰ্নীতিমূলক কামৰ কথা ভাবিবই নোৱাৰিছিলোঁহঁক। তেতিয়া দুই চাৰিজন যে দোষযুক্ত ছাত্ৰ নাছিল এনে নহয়, কিন্তু বেছিভাগ ছাত্ৰই দোষমুক্ত আছিল। আনকি অধিকাংশ ছাত্ৰই চুৰটকে নেখাইছিল। সেই কালত কলেজীয়া ছাত্ৰসকলৰ ভিতৰত সকলোৱেই চুৰিয়া আৰু কামিজ' পিন্ধিছিল। কোনো কোনোৱে কোটও ব্যৱহাৰ কৰিছিল। ছাত্ৰসকলে জোতা আৰু 'স্লিপাৰ' ব্যৱহাৰ কৰিছিল। স্লিপাৰ বুলিলে কলিকতাৰ 'নটবৰ দাসৰ' স্লিপাৰেই লোৱা হৈছিল। তেতিয়াও গুৱাহাটীত 'চেণ্ডেল' ওলোৱাহি নাছিল। সেই কালত কটন কলেজত তিনিটা মেচ আছিল—'অল্ড ব্লক', 'চেকেণ্ড ব্লক' আৰু 'থাৰ্ড ব্লক'। প্ৰত্যেকটো হোষ্টেলৰ ছাত্ৰৰে তিনিজনীয়া এটা কমিটী গঠন কৰা হয় আৰু তাৰে এজন মেনেজাৰ হয়। তেতিয়া মেচৰ খোৱা খৰছ ৮·৫০ (আঠ টকা পঞ্চাশ পইচা) পইচাৰপৰা ১১ টকাৰ (এঘাৰ টকা) ভিতৰতে হৈছিল। ১১ টকা খৰছ হোৱা মাহত ছাত্ৰসকলে বেছি খৰছ হৈছিল বুলি কোঢ়াল কৰিছিল। তেতিয়া এজন ছাত্ৰই ঘৰৰপৰা ২২।২৩ টকা নিয়েই হোষ্টেলত থাকি কলেজত পঢ়িব পাৰিছিল। এই টকাৰ ভিতৰতে দুবেলা দুসাজ ভাতৰ উপৰিও আবেলি চাৰিখন লুচি বা পায়স খাবলৈ পাইছিল। পুৱা চাহৰ কাৰণে গৰম পানীহে দিছিল। চাহ, চেনি, নিজে কিনি ল'ব লাগিছিল। 'ঘোষে' গাখীৰ দিছিল। গাখীৰ আজিৰ দিনৰ (১৯৭৬ চন) গাখীৰতকৈ ভাল আছিল।

সেই কালত ছাত্ৰসকলৰ চাল-চলন অত্যন্ত চাধাচিধা সাধাৰণ ধৰণৰ আছিল। বশিষ্ঠাশ্ৰমত কেতিয়াবা পিক্‌নিক খাবলৈ গলে বেছি ভাগ ছাত্ৰই খোজ কাঢ়ি অহা-যোৱা কৰিছিল। অতি কম সংখ্যক ল'ৰাইহে ঘোঁৰা গাড়ী এখন চাৰি টকাত ভাড়া কৰি লৈছিল। সেই সময়ত ছাত্ৰসকলৰ মাজত বিলাসিতা নাছিল। নিয়াৰিকৈ কষ্টত চলাই ছাত্ৰসকলৰ সাধাৰণ নিয়ম বা স্বভাৱ আছিল। মোৰ এসময়ত এজন সহবাসী ( Roommate ) জোনাৰাম চহৰীয়াই নিজৰ চুৰিয়া, কামিজ, বিছনাচাদৰ, গাৰুখিলিপ আদি নিজেই ধুই লৈছিল। তেওঁৰ চুৰীয়া কামিজ তিনি জোৰতকৈ বেছি নাছিল। তেতিয়া গুৱাহাটীত চিনেমা হল বোধকৰো নাছিলেই। কটন কলেজত পঢ়া চাৰি বছৰৰ ভিতৰত মোৰ যিমানদূৰ মনত পৰে এদিন কি দুদিন মাত্ৰ থিয়েটাৰ চাবলৈ গৈছিলোঁহঁক। আমি টেনিচ খেলোঁতে শুদা ভৰিৰেই খেলিছিলোঁ, টেনিচ জোতা ব্যৱহাৰ কৰিবলৈ নেপাইছিলোঁ।

বিপণ কলেজৰ লগে লেখালেখিকে দিয়া নাইছিল। এই ল কলেজত প্রক্টিৰ প্রাচুর্যৰ এটা কাৰণ আছিল। ভাড় বাড়িবুৰা দুঘণ্টা মাত্র ক্লাহ বহিছিল। দিনটো ছাত্রসকলৰ শতকৰা ৯৫ জনে কলেজত কোনো কাম নেথাকে। বহুতো ছাত্র নগৰৰপৰা আঁতৰত থাকে। কলেজলৈ ট্রামৰ ভাৰা দি আহোঁতে খৰছ হয়। কিছুমানে আকৌ চাকৰিও কৰে। এইবিলাক কাৰণতেই শ্রেণীত উপস্থিত থাকিবলৈ অসুবিধা। সেইবাবেই বোধকৰোঁ ক্লাহত প্রক্টি দিয়াৰ কাৰবাৰ বেছিকৈ চলিছিল।

কলিকতাৰ বিপণ ল কলেজৰ কথাৰ লগত মোৰ স্মৃতিৰ পটত অধ্যক্ষ জানকী-নাথ ভট্টাচাৰ্যৰ কথা আজিও স্পষ্ট হৈ আছে। জানকী নাথ ভট্টাচাৰ্য ঋষিতুল্য লোক আছিল। মানুহে যে মিছা কথা কয় আৰু অসৎ কাম কৰে তাক তেওঁ বিশ্বাস কৰিবলৈকে টান পাইছিল। তেখেত যেতিয়া হিন্দু আইনৰ বিষয়ে বক্তৃতা দিয়ে তেতিয়া শুনি থাকিবৰ মন যায়। হিন্দু আইন বিষয়ত তেওঁৰ প্রগাঢ় জ্ঞান আছিল। তেওঁ এগৰাকী সংস্কৃত পণ্ডিতো আছিল।

ওপৰত উল্লেখ কৰিছোঁৱেই যে মই ক্লাহত বৰ কম দিনহে উপস্থিত আছিলোঁ। তাতোকৈয়ো বিচিত্র কথা যে মই বিপণ ল কলেজত তিনিবছৰ (প্রথমৰপৰা তৃতীয় বাৰ্ষিকলৈ) পঢ়োঁতে প্রথমতে নাম ভৰ্তি কৰোঁতে দিয়াৰ বাহিৰে তিনিবাৰহে মাত্র ফিজ দিবলৈ গৈছিলোঁ। এবাৰ এইদৰে ফিজ দিবলৈ যাওঁতে কেৰেণীজনে অধ্যক্ষৰ অনুমতি নহলে ফিজ ল'ব নোৱাৰে বুলি কৈছিল। কাৰণ এবছৰৰ ফিজ বাকী পৰি আছিল। তেতিয়া মই অধ্যক্ষ মহোদয়ক লগ ধৰি কথাটো জনালো যে তেখেতে ফিজ লবলৈ অনুমতি দিব লাগে। তেখেতে মোক সুধিলে—"কিয়, তুমি গোটেই বছৰটোৰ ফিজ দিয়া নাই?" মই কলো——"ইণ্ডিয়ান ডিফেন্স ফ'র্চৰ (I.D.F.) কলিকতা ইউনিভাৰ্চিটিৰ প্রথম কোম্পানীটোত ভুক্ত হৈছিলোঁ। সেই কাৰণে মই সময়মতে ফিজ দি যাব নোৱাৰিছিলোঁ। মোৰ কথা শুনি তেখেতে ক'লে——'তোমাৰ নিচিনা 'ৰোগা' মানুহ মিলিটেৰীত ভৰ্তি হ'ব পাৰে নে?' ৰোগা শব্দৰ প্রকৃত অৰ্থ বুজিব নোৱাৰি মই কলো——"মোৰ কোনো ৰোগ নাই।" তেখেতে হাঁহি হাঁহি ইংৰাজীতে বুজালে যে ৰোগা মানে ক্ষীণ হে বুজায়, ৰোগাৰ্ত্ত অৰ্থ নুবুজায়। তেতিয়া তেখেতে মোৰ সময় মতে ফিজ নিদিয়া দোষ ক্ষমা কৰি ফিজ লবলৈ কেৰেণীজনক অনুমতি দিলে। ১৯২০ চনত মই সেই কলেজৰপৰা আইন পৰীক্ষা পাছ কৰিলোঁ। লগে লগে মোৰ জীৱনৰ ছাত্রাৱস্থাৰ অধ্যায়টিও সমাপ্তি ঘটিল। আইনৰ শেষ (final) পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ৰ প্রথম শ্রেণীত একাদশ স্থান পাই-ছিলোঁ। ইমান কম পঢ়ি এনে ভাল ৰিজাল্ট কৰা দেখি মোৰ বন্ধু সকলেই আচৰিত মানিছিল।

মোৰ শিক্ষকতা (১৯১৬): আগৰ অধ্যায়ত উল্লেখ কৰিছোঁৱেই যে ১৯১৬ চনত ভৱানীপুৰৰ আৰ্ল ল' কলেজত মাত্র আঢ়ৈ মাহ পঢ়িয়েই মেলেৰিয়া জ্বৰৰ কাৰণে শিয়া-লদহ কলেজ এৰি ঘৰ সোমালোঁহি। এইদৰে ঘৰত থাকোঁতে এদিন গোবিন্দ বেজবৰুৱা দেৱে মোক মাতি পঠিয়ালে। মই তেখেতক দেখা কৰিবলৈ গৈছত মোক তেওঁলোকে কলে যে স্কুলৰ পৰিদৰ্শক অভাৱৰ কথা আছে, আৰু বুলি, মোক স্কুলত [illegible] কাম কৰি দিব লাগে। মই উত্তৰত কলোঁ যে মোৰ [illegible] আপত্তি নাই। কিন্তু

"কলিকতা বিশ্ববিদ্যালয়ৰ ইনফেন্ট্ৰি ফাৰ্ষ্ট কম্পেনি"
১৯১৭—১৯১৮ চন।



বাঁওহাতৰ পৰা বহা—
ৰাজেন্দ্ৰ নাথ বৰুৱা (গোলাঘাট), যোগেশ চন্দ্ৰ তামুলি (নগাওঁ)

বাঁওহাতৰ পৰা থিয়—
দেবেশ্বৰ শৰ্ম্মা (যোৰহাট), ৰণীন্দ্ৰ কুমাৰ বৰুৱা (উত্তৰ গুৱাহাটী)
ৰাধিকা প্ৰসাদ বৰুৱা (গুৱাহাটী)

মোৰ জৰ উঠি থকাৰ কাৰণে মই সঘনে কাম খতি কৰিব লাগিল। তদুপৰি মোৰ ঘৰুৱা জঞ্জাল যথেষ্ট। বেজবৰুৱাই কলে—"যেতিয়া আহিব নোৱাৰা আহিব নালাগে। তাৰ বাবে একো আপত্তি নাই। তাৰ পাছ দিনাৰেপৰা মই মোৰহাটৰ বেজবৰুৱা হাইস্কুলত শিক্ষকতাৰ কাম কৰিবলৈ ললোঁ। সেইদিনত স্কুলৰ গ্ৰেজুৱেট শিক্ষকসকলৰ মাহিলি দৰমহা আছিল মাহে ৫০ টকা (পঞ্চাশ টকা)। মই মোৰ দৰমহাৰ বিষয়ে বেজবৰুৱাৰ লগত কোনো কথা হোৱা নাছিলোঁ। তেখেতে নিজেই মোক মাহে ৬০ টকা (ষাঠি টকা) দিছিল, আৰু এদিন অন্য কথাৰ প্ৰসঙ্গত মোক কৈছিল "তুমি ভাল ছাত্ৰ কাৰণে তোমাক ১০ টকা (দহ টকা) বেছিকৈ দি মই আনন্দ পাওঁ"। স্কুলৰ পৰিদৰ্শন (Inspection) হৈ গ'ল আৰু মই অনুৰোধ কৰাত বেজবৰুৱা ডাঙৰীয়াই মোক স্কুলৰ কামৰপৰা এৰি দিবলৈ মান্তি হ'ল।

জীৱনত এই দুমাহ মাত্ৰ চাকৰি কৰিছিলো আৰু মোৰ শিক্ষাগুৰুৱেই মোৰ চাকৰিৰ মালিক আছিল। সেই কাৰণে চাকৰিৰ আনুষঙ্গিক বশবৰ্তিতা আৰু আনৰ তলতীয়া অৱস্থাটো বিশেষ উপলব্ধি কৰিব পৰা নাছিলোঁ। এদিন স্কুল ছুটী হোৱাৰ পিছত আমাৰ শিক্ষকসকলক গোটাই বেজবৰুৱা ডাঙৰীয়াই কিবা এটা অযুক্তিকৰ নিৰ্দেশ দিছিল। বাকী শিক্ষকসকলে মনে মনে আছিল। মই কিন্তু তাৰ প্ৰতিবাদ কৰিছিলোঁ। পাছদিনা বেজবৰুৱা ডাঙৰীয়াই মোক অকলে লাইব্ৰেৰীলৈ মাতি নি কলে—"তোমাৰ কিবা কবলগীয়া থাকিলে মোক অকলে কবা। বাকী শিক্ষক-সকলৰ আগত তুমি প্ৰতিবাদ কৰিলে মই বেজাৰ পাওঁ।"

মই কলেজলৈ যোৱাৰ পাছত মোৰ মনত আকাংক্ষা জন্মিছিল এজন অধ্যাপক (Professor) হোৱাৰ। ইয়াৰ কাৰণ এয়ে আছিল যে সেই দিনত মই দেখিছিলোঁ যে অন্য উচ্চতম বিষয়াক মানুহে ভয় কৰিব পাৰে, কিন্তু এগৰাকী অধ্যাপকক খি দৰে প্ৰায় সকলোৱে আন্তৰিকভাৱে সৈতে মান-সম্মান কৰে ঠিক তেনেকৈ অন্য কোনো বিষয়াকে কৰে বুলি মই ভাবিব পৰা নাছিলোঁ। আজিৰ দিনত এই কথাষাৰ অত্যন্ত বে-খাপ্পা বা পুৰণি এলেহুৱা যেন শুনা যাব। কিয়নো আজিৰ অধিকাংশ অধ্যাপকৰে সেই সম্মানো নাই, আৰু ছাত্ৰৰ প্ৰতি তেওঁলোকৰ শুভাকাংক্ষাৰো অভাৱ।

শিক্ষকতা মই মাত্ৰ দুমাহমানহে কৰিলোঁ। সেয়ে শিক্ষকতাৰ বিষয়ে আলোচনা কৰিবলৈ মোৰ যোগ্যতা নাই বুলিয়েই ভাবোঁ। তথাচ জীৱনৰ বেলেগ বেলেগ অৱস্থাৰ মাজেদি সৰকি আহি মোৰ এইটোৱেই দৃঢ় ধাৰণা যে পাৰিতোষিক তুলনামূলকভাৱে কম হলেও সকলো ব্যৱসায়-বৃত্তিৰ ভিতৰত শিক্ষকতাই সকলো দিশৰপৰা চালে সৰ্বশ্ৰেষ্ঠ। শিক্ষকসকলৰ নিজৰ বৃত্তিৰপৰা আনন্দ উপলব্ধি হবও পাৰে আৰু বিন্দু-মানৰ নহবও পাৰে। যদি নহয় তেতিয়া দোষ দিবলৈ নাই। এহাতে অভাৱ-অনাটন আনহাতে মনুষ্য জীৱনৰ চিৰ অসন্তুষ্টি (divine discontent)। মই যেতিয়া শিক্ষক বন্ধু এজনৰ লগত যাওঁ তেতিয়া বহুদিনৰ কিবা কম মাননিয়াৰ ছাত্ৰই হওক নাইবা প্ৰাক্তনৰকে কৰ্মচাৰী এজনেই হওক যেতিয়া তেওঁক 'ছাৰ' বুলি সম্বোধন কৰি কথা কয়, সেই বিষয়ে আনন্দটো আন কোনো বৃত্তিতেই দিব নোৱাৰে। তদুপৰি শিক্ষক-সকলৰ মাননীয় বাকবহুলীয়া নিজাপ বা-বহুতাৱী শিক্ষকৰ গলত যমৰ কাটিব। আৰু

দৃষ্টিভঙ্গীৰে চালে উকিলে বেছি ভাগেই চোৰ, দুষ্ট, দগাবাজ, মিছলীয়া মানুহৰ লগত, সেইদৰে ডাক্তৰে বেমাৰী মানুহৰ লগত দিনটোৰ ভালেমান সময় অতিবাহিত কৰে। একেদৰেই ঠিকাদাৰ, বেপাৰী আদি আন আন ব্যৱসায়ীসকলেও লাভৰ আশাত দিন-টোত এশ এবুৰি চতুৰ কথা কবলগীয়া হয়। এনেকৈ সকলো দিনৰপৰা ভাবি চালে শিক্ষকৰ বৃত্তিটো উচ্চতম বুলি মোৰ নিজৰ উপলব্ধি হয়। এজন শিক্ষকে ছাত্ৰ আৰু সমাজৰপৰাও সমাদৰ পাবলৈ হলে তেওঁৰ চৰিত্ৰ ভাল হব লাগিব। আমাৰ দেশত ব্যক্তিগত জীৱন আৰু ৰাজহুৱা জীৱনৰ পাৰ্থক্য মানুহে গ্ৰাহ্য নকৰে—যেনেকৈ ইউৰোপ বা আমেৰিকাত গ্ৰাহ্য কৰে। চৰিত্ৰত চেকা থকা মানুহক সৰ্বসাধাৰণে ভাল নাপায়; দ্বিতীয়তে এগৰাকী শিক্ষক মুখচ ফুটা বিদ্বান নহবও পাৰে। কিন্তু তেওঁ যদি আন্ত-ৰিকতাৰে শিক্ষা দি তেওঁৰ কৰ্তব্য সম্পাদন কৰে, আৰু ছাত্ৰ-ছাত্ৰীসকলক নিজৰ ল'ৰা-ছোৱালী জ্ঞান কৰি পঢ়ুৱাবলৈ লয় তেনেহলে সেই শিক্ষকজনে ছাত্ৰ-ছাত্ৰী আৰু সমাজৰপৰা আদৰ সন্মান পাবই। এগৰাকী শিক্ষকে কৃতিত্ব লাভ কৰিবলৈ হলে চৰিত্ৰ আৰু তেওঁৰ কৰ্তব্যৰ প্ৰতি আন্তৰিকতাৰ একান্ত আৱশ্যক।

**প্ৰথম মহাসমৰৰ প্ৰস্তুতি** ঃ ১৯১৭ চনৰ জুন কি জুলাই মাহত কলিকতাৰ ল কলেজত নাম লগাই ৪৫ নম্বৰ হেৰিচন ৰ'ডৰ দুতলা আৰু তিনি তলাত আমি ভালে-কেইজন অসমীয়া ছাত্ৰই মেচ পাতি থাকিবলৈ ললোঁ। আমাৰ মেচৰ চুপাৰিন্টেণ্ডেণ্ট আছিল এগৰাকী ইংৰাজী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত হেড্‌মাষ্টৰ দুৰ্গাদাস ভট্টাচাৰ্য। চাকৰিৰপৰা অৱসৰ লৈ তেখেতে আয়ুৰ্বেদীয় চিকিৎসা কৰিবলৈ লৈছিল। তলৰ তলাত তেখেতৰ ব্যৱসায় আছিল। তেখেত এবছৰ আমাৰ মেছৰ চুপাৰিন্টেণ্ডেণ্ট আছিল। তাৰ পাছত ৰজনী বৰুৱা আমাৰ মেচৰ চুপাৰিন্টেণ্ডেণ্ট হৈছিল। বৰুৱাই কলিকতাৰ বৰৰ কোম্পানী এটাত ভাল চাকৰি কৰিছিল আৰু হুগলীৰ চাল্‌কিয়াত ভাড়া ঘৰত আছিল। কিন্তু সেই ঘৰত থাকোঁতে টাইফয়ড হৈ একে দিনাই তেওঁৰ দুয়োটি ল'ৰাই ঢুকাল। ডাঙৰটিৰ বয়স অনুমান ১৬ বছৰ, সৰুটিৰ ১২ বছৰমান হব। আমি আসাম মেচৰপৰা গৈ ল'ৰা দুটিৰ বেমাৰত পৰ দিছিলোঁগৈ। এই দুৰ্ঘটনাৰ পাছত তেখে-তক আমি আমাৰ মেচলৈ লৈ আহিলোঁ আৰু তেখেতৰ পৰিবাৰে কেঁচুৱা জীয়েকক লৈ ভেজপুৰৰ মাকৰ ঘৰলৈ আহিছিল। সেই কেঁচুৱা ছোৱালীটিয়েই অমলা বেজবৰুৱা ভনটী আৰু ধীৰেন বেজবৰুৱাৰ মাতৃ শ্ৰীমতী কমলা বেজবৰুৱা।

তেতিয়া প্ৰথম মহাসমৰ পূৰ্ণ উদ্যমে চলিছে। জাৰ্মানীয়েই জিকেনে মিত্ৰ-শক্তিয়েই জিকে তাৰ কোনো নিশ্চয়তা হোৱা নাই। উভয় পক্ষৰ মাজত ভয়ানক যুদ্ধ। ভাৰতৰ সৰ্বত্ৰতে সৈন্য দলত ভৰ্তিৰ কাৰণে উপযুক্ত ডেকা মানুহ সংগ্ৰহ কৰা হৈছে। এটা কথা মনত পৰিলে আজিও মোৰ হাঁহি উঠে। সৈন্য দলত ভৰ্তি কৰিবৰ কাৰণে গুৱাহাটীত কিছুমান নেপালী ডেকা মানুহ ৰিক্ৰুট কৰা হৈছিল। সেই নেপালী মানুহবোৰ নিৰক্ষৰ, ইংৰাজী অসমীয়া হিন্দী একো নেজানিছিল। নেপালীবোৰক কুচকাৱাজৰ শিক্ষা দিওঁতে মই বাটেদি যাওঁতে শুনিলোঁ যে শিক্ষক (Trainer) জনে "ঘাঁস পাতা, ঘাঁস পাতা" কৈ আছে আৰু নেপালীবিলাকেও তেওঁ লোকৰ দুটা ইটাৰ পাছত দিটো অৰ্থাৎ বাওঁ ভৰিটোৰ পাছত সোঁ ভৰিটো

আৰু সোঁটোৰ পাছত আকৌ বাঁওটো দপ্ দপ্ কৰে তাল ধৰি মাটিত মাৰি আছে। মইতো শুনি অবাক। কি ঘাঁস-পাতা, ঘাঁস পাতা কৈ হুকুম দিছে? ওচৰতে থিয় হৈ থকা আন এজনক সুধিহে বুজিব পাৰিলোঁ যে সেই মানুহখিনিৰ বাঁও ভৰিত ঘাঁহ ডালদিয়েক আৰু সোঁ ভৰিত পাত এটা বান্ধি দিয়া হৈছে। ঘাঁস বুলিলে বাঁও আৰু পাতা বুলিলে সোঁ ভৰি অৰ্থাৎ Left Right ৰ সলনি 'ঘাঁস পাতা' কমাণ্ড দিছে।

কলিকতাৰ প্ৰখ্যাত পৰিয়ালৰ কৰ্ণেল এচ পি সৰ্বাধিকাৰী আৰু কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ ইংৰাজীৰ অধ্যাপক ষ্টাৰ্লিং উভয়ে মিলিত হৈ কলিকতা বিশ্ব-বিদ্যালয়ৰ আৰু ইয়াৰ অন্তৰ্ভুক্ত বিভিন্ন কলেজৰ নিজে উপযাচি আগবাঢ়ি অহা কিছুমান ছাত্ৰক লৈ এটা দল (Company) গঠন কৰিলে। আৰম্ভণিতে এই দলটোক ইণ্ডিয়ান ডিফেন্স ফৰ্চ (Indian Defence Force) নাম দিয়া হৈছিল। অৱশ্যে এই গোটেই কামটো গভৰ্ণমেণ্টৰ ইঙ্গিত আৰু সহায়তহে কৰা হৈছিল। মোৰ অনু-ভৱত অধ্যাপক ষ্টাৰ্লিঙৰ উদ্দেশ্য আছিল বৃটিছক সহায় কৰা, আৰু কৰ্ণেল সৰ্বাধিকাৰীৰ মুখ্য উদ্দেশ্য আছিল বৃটিছক সহায় কৰাৰ লগতে বঙালী ডেকায়ো সমৰৰ শিক্ষা লাভ কৰি যোগ্যতা অৰ্জন কৰা। মোৰ নিজৰ উদ্দেশ্য আছিল যে যুদ্ধ বিদ্যা শিকি ললে দেশক স্বাধীন কৰাৰ পথত যথেষ্ট সহায় হব। পাছত কথাবাৰ্তা হৈ বুজিছিলোঁ যে মোৰ দৰেই বহুতো লগৰীয়াৰ একে উদ্দেশ্যই আছিল। কিন্তু কোনোৱে প্ৰকাশ্যে আলোচনা কৰাহে নাছিল।

উল্লেখযোগ্য যে বৃটিছৰ দিনত ভাৰতীয়সকলক সামৰিক জাতি আৰু অসামৰিক জাতি ( martial race আৰু non-martial race ) এই দুভাগত ভাগ কৰা হৈছিল। মোটামুটি হিচাপে পঞ্জাবী আৰু মাৰাঠীসকলক সামৰিক জাতি আৰু বঙালীসকলক অসামৰিক জাতি বুলি গণ্য কৰা হৈছিল। ভাৰতীয় মান চিত্ৰত অসমীয়া 'নাপাত্তা'। অসমীয়াৰ বিষয়ে তেতিয়া দক্ষিণ আৰু উত্তৰ ভাৰতৰ মানুহে একোকে নেজানিছিল। ৰিপণ ল' কলেজৰ মোৰ সহপাঠী হিন্দু ভদ্ৰ সন্তান এজনে মই হিন্দু বুলি কোৱাত মোক সুধিছিল—"তোমালোকৰ হিন্দু ধৰ্মত শ্ৰীকৃষ্ণ আছেনে নাই?"—অসমীয়াৰ বিষয়ে অজ্ঞতা ইমানেই বেছি।

আমাৰ প্ৰতিৰক্ষা ফৌজৰ ( Defence force ) সৈন্য গোটাবলৈ প্ৰথমে ইউনিভাৰ্চিটি ইনষ্টিটিউট ভৱনত ( University Institute ) এখন ডাঙৰ ৰাজহুৱা সভা হৈছিল। বঙ্গদেশৰ কেইবাজনো প্ৰখ্যাত নেতাই সেই সভাত ভাৰতীয়-সকলে বৃটিছৰ পক্ষে যুদ্ধত যোগ দিয়া নিতান্ত উচিত আৰু আৱশ্যক বুলি হৃদয়-গ্ৰাহী ভাষাৰে ওজস্বিনী বক্তৃতা দিছিল। এই বক্তৃতাই ছাত্ৰসকলৰ অন্তৰত ভাৱৰ ঢৌ তুলিছিল। "কোনে কোনে বিশ্ববিদ্যালয়ৰ দলটোত ভৰ্তি হ'ব খোজে আগবাঢ়ি আহক" বুলি যেতিয়া সভাপতিৰ আসনৰ পৰা আহ্বান আহিল, তেতিয়া উপস্থিত ছাত্ৰসকলৰ পৰা শাৰী পাতি এজন এজনকৈ আগবাঢ়ি গ'ল, আৰু এই দলৰ যুক্ত হবলৈ বুলি আবেদন পত্ৰত চহী কৰিবলৈ ধৰিলে। এজন এজনকৈ ছাত্ৰসকল আগ-বাঢ়ি যাওঁতে উপস্থিত মানুহে কাণ তাল মাৰি যোৱাকৈ চাপৰি বজাই আছিল। উৎসাহৰ

পিছত সিজনে নাম লিখাওঁতে যিমানেই হাত চাপৰিৰ ধুম চৰি গৈছিল সিমানেই ছাত্ৰ সমাজৰ মাজতো উৎসাহ আৰু উদ্দীপনা বাঢ়ি যোৱা পৰিলক্ষিত হৈছিল। প্ৰথম দিনাই বোধকৰো বিশ্ববিদ্যালয় আৰু কলেজৰ ২০০ (দুশ)তকৈ অধিক ছাত্ৰ সৈন্যই দলত নাম ভৰ্ত্তি কৰিছিল। মইয়ো সেই সভাতে প্ৰথম দিনাই নাম ভৰ্ত্তি কৰিছিলোঁ। কলিকতা বিশ্ববিদ্যালয়ৰ অন্তৰ্গত যি কোনো শ্ৰেণী কিম্বা যি কোনো কলেজৰ ওঠৰ বছৰৰ ওপৰ বয়সৰ ছাত্ৰই সেই সৈন্য দলত ভৰ্ত্তি হ'ব পাৰিছিল।

এই প্ৰথম দলত নেতাজী সুভাষচন্দ্ৰ বসুও ভৰ্ত্তি আছিল। তেতিয়া তেওঁ স্কটিচ চাৰ্চ কলেজৰ ছাত্ৰ আছিল। প্ৰেছিডেন্সি কলেজৰ কুখ্যাত প্ৰফেচাৰ অ'টেন চাহাবক কলেজৰ চিৰিতে মাৰি, এবছৰৰ নিমিত্তে "ৰাষ্টিকেট" হৈ এবছৰৰ মূৰত স্কটিচ চাৰ্চ কলেজত নাম লগাইছিল।

আমাক ৰাইফল দি শিক্ষা দিয়াৰ সাত কি আঠ দিনৰ পাছতেই কলিকতা বিশ্ববিদ্যালয়ৰ সন্মুখত বংগদেশৰ গভৰ্ণৰক 'গাৰ্ড অব্ অনাৰ' দি অভিবাদন কৰা হৈছিল। পাছত আমি ভালেদিন শিক্ষা কৰি থকা পাকৈত চিপাহীৰ দৰেই 'আৰ্মচ প্ৰেজেন্ট' ( Arms Present ) কৰিব পাৰিছিলোঁ বুলি আমাক কেপ্তেইন আৰু সৰ্ব্বাধিকাৰীয়ে প্ৰশংসা কৰিছিল। এইদৰে কেইদিনমান কাৰ্টিজ নোহোৱাকৈ অকল শুদা ৰাইফলেৰে শিক্ষা লোৱাৰ পাছত আমাৰ দলটো ফৰ্ট উইলিয়মৰ দক্ষিণে থকা এলেন বৰা কৰ্চলৈ নিয়া হয়। অক্টাৰলনি মনুমেন্টৰ ( Octerlony monument ) তলত শিক্ষা দিওঁতে আমি নিজ নিজ মেচ বা থকা ঠাইৰ-পৰা আহি পেৰেড কৰিছিলোঁহক। কিন্তু যেতিয়া আমাক এলেন বৰা কৰ্চলৈ অনা হ'ল, তেতিয়া তাত নিয়মিতভাৱে সামৰিক বেৰেকত থাকিব লগা হ'ল।

এলেন বৰা কৰ্চৰ পাছত আমাৰ দলটোক বেলঘৰীয়াৰ কেম্পলৈ ছসপ্তাহৰ কাৰণে নিয়া হয়। তাত ৰাইফলৰ গুলী মাৰি নিচান পোন কৰিবৰ কাৰণে সকলো প্ৰকাৰৰ ব্যৱস্থা আছিল আৰু আমাক শিক্ষা দিয়া হৈছিল। বেলঘৰীয়াত থকা ছসপ্তাহ ৰাতিপুৱাৰপৰা সন্ধ্যালৈকে গোটেই দিনটোৱেই ৰাইফলৰ শিক্ষা আৰু অন্য কুচকাৱাজত ব্যস্ত থাকিব লগা হৈছিল। মাত্ৰ দেওবাৰে আবেলিহে অলপ ছুটী পোৱা হৈছিল। বেল-ঘৰীয়াত থাকোঁতে ৰাইফলবোৰ আমাৰ লগতে আছিল।

আই, ডি, এফৰ শিক্ষাত মই ভাল পাৰদৰ্শিতা দেখুৱাব পাৰিছিলোঁ। মই ভুক্ত থকা প্লেটুনটোৰ ময়ে হাবিল্ডাৰ আছিলোঁ। সেই সময়ত প্লেটুন এটাত ৪৮ জনৰ পৰা ৫৫ জনলৈ সৈনিক থাকে। আমাৰ কোম্পানীটোৰ ২৫০ জন সৈনিকেৰে মাত্ৰ ৪টা প্লেটুন গঠিত হৈছিল। কেপ্টেইনে যি হুকুম দিয়ে সেই হুকুম মই প্লেটুনটোৰ সৈনিকসকলক দিছিলোঁ। প্লেটুনৰ সৈনিকসকলে মোৰ হুকুম মতে কাম কৰিব লাগিছিল। ৰাইফলৰ গুলী চলোৱাতো মই সিদ্ধহস্ত হৈছিলোঁ। আমাৰ ২৫০ জন সিপাহীৰ গোটেই দলটোৰ ভিতৰতে মোৰ নিচিনা সুনিপুণ লক্ষ্য ভেদ কৰিব পৰা সৈনিক আৰু মাত্ৰ ৩ কি ৪ জনমান হে আছিল। এদিন আমি বেলঘৰীয়াত ৰাইফলৰ অভ্যাস কৰি থাকোঁতে তেতিয়াৰ কলিকতা উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ ( Chief Justice ) আহি আমাৰ ৰাইফল প্ৰেক্টিচ চাবলৈ গৈছিল। তেওঁৱে আমাক

প্ৰেছিডেণ্ট চাবলৈ আহিব বুলি আমি আগতে জনা নাছিলোঁ। যেতিয়া তেওঁ সেই উপস্থিত হ'লগৈ আৰু শিক্ষাৰ্থীয়ে নিচান লোৱা চাবলৈ ইচ্ছা প্ৰকাশ কৰিলে তেতিয়া কেপ্টেইনে আমাৰ ৫ কি ৬ জনক ২০০ গজৰ দূৰত্বৰপৰা নিচান ( Target ) লবলৈ হুকুম দিলে। তাৰ ভিতৰৰ মোয়ো এজন আছিলোঁ। মই ৫টা গুলীত ৫টা সূক্ষ্মতম লক্ষ্য ( bull's eye ) ভেদ কৰিছিলোঁ। নিচানত বৃত্তাকাৰ ক্ষুদ্ৰতম ক'লা বিন্দুটোকে "বুলচ্ আই" ( bull's eye ) বোলা হয়। যেতিয়া মোৰ পাঁচোটা গুলীৰ ভিতৰত পাঁচোটাই বুলচ আই ভেদ কৰা ফ্লেগৰ ( Flag ) দ্বাৰা দেখুৱা হ'ল, তেতিয়া মুখ্য ন্যায়াধীশ ডাঙৰীয়াই আমাৰ ফায়াৰিং লাইনৰ পাছৰপৰা নিজে আগবাঢ়ি গৈ লক্ষ্যটো ( Target ) চালেগৈ।

বেলঘৰীয়াৰ ৰাইফল ট্ৰেইনিং শেষ হোৱাৰ পাছত আমাৰ কোম্পানীটো আকৌ ফোৰ্ট উইলিয়মৰ দক্ষিণে এপ্ৰেন বৰা কৰ্টলৈ অনা হ'ল। তাত তিনি কি চাৰি দিন ৰখাৰ পাছত দৰকাৰ হলে মাতিব বুলি কৈ আমাৰ নিজা নিজা ঘৰলৈ আহিবলৈ হুকুম হ'ল।

**প্ৰথম মহাসমৰৰ পাছত ৰাজনৈতিক পৰিস্থিতি :** মোটামোটি হিচাপে আমাৰ সামৰিক শিক্ষা সমাপ্ত হোৱাৰ পাছত আমাৰ দলটোক ছুটী দিয়া হ'ল। আমাৰ কৰ্তৃপক্ষই আমাৰ ঠিকনা ৰাখি জনাই দিছিল যে যাক যেতিয়া যেনেকৈ আৱশ্যক হয় আমাক মাতিব, আৰু আমি তেতিয়া সেই মতে নিৰ্দিষ্ট স্থানত উপস্থিত হ'বলৈ লাগিব। আমি আৰম্ভণিতে স্বেচ্ছাসেৱক হিচাপেহে ভৰ্তি হৈছিলোঁ যদিও, প্ৰশিক্ষণ লাভ কৰোঁতে গভৰ্ণমেণ্টৰ ইচ্ছা মতে আমি যুদ্ধকালীন সৈনিকৰ দৰে কাম কৰি দিব লাগিব বুলি আমাৰপৰা চুক্তি লিখাই লোৱা হৈছিল। আমাৰ সামৰিক প্ৰশিক্ষণ সমাপ্ত হোৱাৰ কিছুদিনৰ পাছতে প্ৰথম মহাসমৰ শেষ হৈছিল।

প্ৰথম মহাসমৰৰ শেষত উপনিবেশ থকা শক্তি কেউটাই পৃথিৱীত ক্ষমতাৰ আধিপত্য চলাই থাকিবলৈহে বিচাৰিলে। এই উপনিবেশবিলাকৰ শাসনৰ নিমিত্তে নৌ শক্তিৰ প্ৰধান আৱশ্যক আছিল আৰু তেতিয়া বৃটিছ নৌ শক্তিয়েই পৃথিৱীত সৰ্বশ্ৰেষ্ঠ আছিল। দুটা প্ৰচলিত কথাৰপৰাই গোটেই অৱস্থাটো এখন ছবিৰ দৰে পৰিষ্কাৰভাৱে চিত্ৰিত হৈ উঠে। এটা আছিল Britannia rules the waves অৰ্থাৎ বৃটেইনে মহাসমুদ্ৰ শাসন কৰে। ঠিক একেটা অৱস্থাকে আকৌ যেনেগ ভাষাত প্ৰকাশিত হৈছিল— "The sun never sets in the British Empire" অৰ্থাৎ পৃথিৱীৰ উভয় গোলাৰ্দ্ধতে বৃটিছৰ উপনিবেশ ইমান বিস্তৃত আছিল যে ২৪ ঘণ্টাৰ ভিতৰত যি কোনো সময়তে এখন নহয় এখন বৃটিছ উপনিবেশত সূৰ্যৰ পোহৰ পৰেই।

প্ৰথম মহাসমৰৰ সমাপ্ত হোৱাত সেই যুদ্ধৰ উদ্দেশ্য ঘোষণা কৰা হৈছিল যে পৃথিৱীৰ পৰাধীন জাতিবিলাকক দাসত্বৰ শৃংখলৰপৰা মুক্ত কৰা হ'ব আৰু শোষিত জনগণে তেওঁবিলাকৰ উপাৰ্জনৰ ফল নিজে ভোগ কৰিবলৈ পাব। এয়ে আছিল প্ৰথম মহাসমৰৰ ঘোষিত উদ্দেশ্য। তদুপৰি, পৃথিৱীত জাতিসমূহৰ ভিতৰত শান্তি স্থাপন কৰাই এই যুদ্ধৰ আন এটা প্ৰধান উদ্দেশ্য বুলি যুদ্ধ কালত ৰৱ ঘোষণে প্ৰচাৰ কৰা হৈছিল। কিন্তু ইউৰোপত প্ৰথম মহাসমৰ শেষ হোৱাৰ পাছত এই ঘোষিত আৰু নহ

প্ৰচাৰিত উদ্দেশ্যবিলাক কাৰ্যত পৰিণত কৰিবলৈ লেশ মাত্ৰও চেষ্টা কৰা নহৈছিল। বৰঞ্চ ইয়াৰ বিপৰীত চেষ্টাহে হ'ল।

গ্ৰেট ব্ৰিটেইনৰে সুদূৰ প্ৰসাৰিত উপনিবেশ আছিল। সেই কাৰণে ব্ৰিটেইনেই তেওঁ-বিলাকৰ ইতিহাসত অভূতপূৰ্ব ভাবে বিভিন্ন ৰাজ্যত বিদ্ৰোহৰ সন্মুখীন হ'বলগীয়া হ'ল। আয়াৰলেণ্ডত চিন ফিন সকলে দুৰ্দ্ধৰ্ষ যুদ্ধ আৰম্ভ কৰিলে। ইজিপ্তত বিপ্লৱ আৰম্ভ হ'ল। ব্ৰিটেইনে ইতিপূৰ্বে চীন দেশলৈকে হাত মেলিছিল। তাতো গোলমাল আৰম্ভ হ'ল। ব্ৰিটেইন, আমেৰিকা, ফ্ৰান্স আৰু জাপানে শিশু ৰাষ্ট্ৰ ছচিয়েলিষ্ট ছোভিয়েট ৰাছিয়াক মষিমূৰ কৰিবলৈ চাৰিও পিনৰপৰা তেওঁলোকৰ সৈন্য-সামন্ত পঠিয়াই বেঢ়ি ধৰিলে।

১৯১৯ চনটো ভাৰতৰ কাৰণে এটা স্মৰণীয় বছৰ। প্ৰথম মহাসমৰৰ পিছতে নিত্য আৱশ্যকীয় বস্তুৰ অভাৱ হৈছিল আৰু দামো বাঢ়িছিল। এনে দুঃসহ কষ্ট ভোগ কৰিবলগীয়া হোৱাত উদ্যোগসমূহত কাম কৰা শ্ৰমিকসকল জাকি উঠিছিল। তেওঁলোকে ইতিপূৰ্বে কল্পনা কৰিব নোৱাৰা ধৰ্মঘট আৰম্ভ কৰিলে। ভাৰতৰ এইদৰে বিপ্লৱৰ তুহ জুই জলি উঠাৰ উপক্ৰম হোৱাত সেই বিপ্লৱৰ জুই যাতে দপ দপকৈ জ্বলি উঠিব নোৱাৰে তাৰ ব্যৱস্থা উদ্ভাৱনৰ কাৰণে বৃটিছ চৰকাৰে কিছু দিনৰ আগতে "চিডিচন কমিটী" বুলি এটা কমিটী পাতি দিছিল। এই কমিটীয়ে দিয়া ৰায় সমূহক সন্নি-বিষ্ট কৰি ১৯১৯ চনত ৰৌলত আখ্যাৰে দুখন আইন প্ৰণয়ন কৰিবলৈ ললে। এখন আইনৰ দ্বাৰা যুদ্ধৰ শেষত উঠি যোৱা 'ডিফেন্স অৱ ইণ্ডিয়া এক্ট এণ্ড ৰুলছ' ভাৰতত পুনৰ স্থায়ীভাৱে প্ৰবৰ্তন কৰিবলৈ ব্যৱস্থা কৰা হ'ল আৰু আনখন আইনৰ দ্বাৰা ভাৰতৰ দণ্ডবিধি আইনত এটা স্থায়ী পৰিবৰ্তন কৰি ইয়াৰ দ্বাৰা বিনা বিচাৰে ভাৰতীয়ক সন্দেহৰ ওপৰত ফাটেক দিয়া ক্ষমতা আৰু বাতৰি কাকতৰ স্বাধী-নতা আৰু বাক্ স্বাধীনতা হৰণৰ সীমাহীন ক্ষমতা ভাৰত চৰকাৰে নিজে লোৱাৰো ব্যৱস্থা কৰা হৈছিল। এই বিল দুখন দিল্লীৰ ইম্পেৰিয়েল লেজিচলেটিভ কাউন্সিলত ১৯১৯ চনৰ ৬ ফেব্ৰুৱাৰী তাৰিখে দাঙি ধৰা হৈছিল।

ইতিপূৰ্বে গান্ধীজীয়ে ৰৌলট কমিটীৰ বিভিন্ন অনুমোদনসমূহ পঢ়ি চাইছিল। তেতিয়া গান্ধীজী আহমদাবাদত আছিল আৰু অসুস্থ অৱস্থাৰপৰা কথমপি ভাললৈ আহিছিলহে। গান্ধীজীয়ে বুজিছিল যে এই বিল দুখন যদি আইনত পৰিণত হয় তেতিয়াহলে ভাৰতবৰ্ষৰ সৰ্বনাশ সাধিত হ'ব। তেখেতে দৃঢ় প্ৰতিজ্ঞ হৈছিল যে কেইজন-মান মানুহে যদি এই বিল দুখন প্ৰতিৰোধ কৰিবলৈ প্ৰতিজ্ঞা পত্ৰত চহী কৰে, তেন্তে-হলে এই আইনৰ বিৰুদ্ধে সত্যাগ্ৰহ আৰম্ভ কৰিব পৰা হ'ব। গান্ধীজীয়ে কৈছিল—"মই যদি এইদৰে ৰোগ শয্যাত পৰি নেথাকিলোঁহেঁতেন তেনেহলে মই অকলেই এই আইনৰ বিৰুদ্ধে সত্যাগ্ৰহ কৰিলোঁহেঁতেন। আৰু মই আশা কৰোঁ অন্যান্য ভাৰতবাসীসকলেও মোক অনুসৰণ কৰিব।" ইয়াৰ কেইদিনমানৰ পাছতে ১৯১৯ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে সবৰমতী আশ্ৰমত চৰ্দাৰ বল্লভ ভাই পেটেল, সৰোজিনী নাইডু, হানিমেন, ওমাৰ সোভানি, শংকৰলাল বেংকাৰ আৰু ইন্দুলাল যাজ্ঞিকক লৈ এখন আলোচনা সভা হৈছিল। সভাত উপস্থিত থকা কেউগৰাকীয়ে

গান্ধীজীয়ে দিয়া খচৰা মতে এখন প্ৰতিজ্ঞা-পত্ৰত চহী কৰিছিল। এই প্ৰতিজ্ঞা-পত্ৰত লিখা হৈছিল যে ১৯১৯ চনৰ ভাৰতীয় ফৌজদাৰী আইনৰ সংশোধনী ১ নং আৰু ২নং বিল আইনত পৰিণত হলে এই আইন উঠি নোযোৱালৈকে তেওঁবিলাকে ইয়াক শান্তি-পূৰ্ণ উপায়েৰে অমান্য কৰিব। তদুপৰি তেওঁবিলাকে সিদ্ধান্ত কৰিছিল যে গান্ধীজীয়ে যি যি আইন অমান্য কৰিবলৈ পৰামৰ্শ দিয়ে, সেই আইনো অমান্য কৰিব। এই সত্যাগ্ৰহৰ প্ৰতিজ্ঞা-পত্ৰত তেওঁবিলাকে লিখিছিল—'আমি সম্পূৰ্ণ আন্তৰিকতাৰে আৰু বিশ্বাস্য ভাৱে (faithfully) সত্যক অনুসৰণ কৰিম আৰু জীৱন, শৰীৰ কিম্বা সম্পত্তিৰ কোনো প্ৰকাৰৰ আঘাত (হানি) কৰাৰপৰা বিৰত থাকিম।'

সত্যাগ্ৰহ পৰিচালনা কৰিবলৈ গান্ধীজীয়ে বোম্বাইত এখন সত্যাগ্ৰহ সভা পাতিলে। কেইদিনমানৰ ভিতৰতে হাজাৰ-বিজাৰ মানুহে সত্যাগ্ৰহৰ প্ৰতিজ্ঞা-পত্ৰত চহী দিলে আৰু কেৱল যে প্ৰতিজ্ঞা-পত্ৰতে চহী হৈছিল এনে নহয়, লগে লগে উৎসাহ উদ্দীপনাৰ সৈতে সভা সমিতিবিলাক পতা হৈছিল আৰু ইয়াৰ প্ৰচাৰ পত্ৰবিলাক বাইজৰ মাজত বিলোৱা হৈছিল।

এহাতে যেনেকৈ ভাৰতৰ ৰাইজে ৰৌলট কমিটীৰ বিপৰ্টৰ বিৰুদ্ধে অতি তীব্ৰভাবে জনমত গঢ়ি তুলিছিল, আনহাতে সেইদৰে চৰকাৰেও নিজৰ অভিসন্ধিত বদ্ধ-পৰিকৰ হৈছিল। নিৰ্বাচিত ভাৰতীয় প্ৰতিনিধিসকলে একবাক্যে বিৰোধিতা কৰা সত্বেও ১৯১৯ চনৰ মাৰ্চ মাহত 'ক্ৰিমিনেল ল 'ইমাৰজেন্সি পাওৱাৰ বিল' (Criminal Law, Emergency power Bill) গাছ কৰি আইনত পৰিণত কৰা হ'ল।

শ্ৰীনিবাস শাস্ত্ৰী ভাৰতীয় ৰাজনীতিত আগ শাৰীৰ এগৰাকী ধীৰ, স্থিৰ, জ্ঞানী, পণ্ডিত আৰু মধ্যপন্থী নেতা বুলি স্মৰণীয় হৈ থাকিব। এই বিলৰ আলোচনা প্ৰসঙ্গত সদনত তেখেতে কৈছিল—"এনে বেয়া অৰ্থাৎ অহিতকৰ আইন দেশত এবাৰ প্ৰৱৰ্তিত হ'লে ইয়াক যে সদায় বেয়া মানুহৰ বিৰুদ্ধেহে কাৰ্যকৰী কৰা হ'ব এনে নহয়। সংকট সময়ত বিদেশী গভৰ্ণমেণ্টে স্থিৰ মস্তিষ্ক অৰ্থাৎ সুস্থ আৰু ন্যায্য বিবেচনা হেৰুওৱা মই দেখিছো। ৰাজ কৰ্মচাৰীসকলৰ হাতত এনে এখন অত্যাচাৰী আইনৰ ক্ষমতা থাকিলে ই কেৱল দুষ্ট মানুহক হে আঘাত কৰিব এনে নহয়, ইয়াৰ দ্বাৰা ৰাইজৰ মন সমূলঙ্কে দবাই ৰখা হ'ব। তেতিয়া দায়িত্বশীল চৰকাৰ এটা প্ৰবৰ্তন কৰা মাত্ৰ উপহাসৰ কথাহে হ'ব। তোমালোকৰ কাউন্সিলবিলাক সম্প্ৰসাৰিত কৰিব পাৰিবা, কিন্তু এই কাউন্সিলবিলাক তোষামোদী, কাপুৰুষ মানুহবিলাকেৰেহে ভৰি পৰিব আৰু আমোলাতন্ত্ৰই বাহ্যিক গণতান্ত্ৰিক চৰকাৰৰ ভেকোভাওনা কৰি থাকি যি খুচি তাকে কৰি থাকিব পাৰে।

এতিয়া আন্দোলন চলি আছে। মই মোৰ সহকৰ্মী (Colleagues) বন্ধুসকলক খাটাংকৈ জনাব খুজিছো যে আমি এজনেও এই আন্দোলনত যোগ দিয়া নাই। কিন্তু যদি আমাৰ আবেদন-নিবেদনৰ কোনো ফল নধৰে আৰু এই আইন প্ৰৱৰ্তিত হয়, তেনেহলে মই বিশ্বাস কৰো যে আমাৰ ভিতৰত এজনো নাই যিজনে এই আন্দোলনত যোগ নিদিলে দেশৰ প্ৰতি থকা তেওঁৰ কৰ্তব্য সম্পাদন কৰিছে বুলি ভাবিব।"

শ্ৰীনিবাস শাস্ত্ৰীৰ এই কথা আকৌ উদ্ধৃত কৰাৰ উদ্দেশ্য এই যে এই কথাষাৰ

আজিৰ (১৯৭৮-৭৯ চনৰ) ভাৰতীয় তথা ৰাজ্যিক চৰকাৰসমূহৰ বাবে গভীৰভাৱে প্ৰণিধানযোগ্য, যদিওবা ৰৌলট আইনৰ নিচিনা কোনো অনিষ্টকৰ আইন কৰা নাই তথাচ আওপাকে চিনিয়ৰ জজক চুপাৰচিদ কৰি জুনিয়ৰ জজক চীফ জাষ্টিচ পাতি দেশৰ সৰ্বোচ্চ আদালতত (চুপ্ৰিম কৰ্ট) স্বাধীনচিতীয়া ৰায়ক প্ৰভাবান্বিত কৰিবলৈ দেখ্ দেখ্‌কৈ যত্ন কৰা হৈছে আৰু দুৰ্নীতিৰ জৰিয়তে দেশবাসীক বশ্য কৰা ব্যৱস্থা আৰু অৱস্থা আৰু এতিয়া গোপনীয় হৈ থকা নাই।

গান্ধীজীয়ে এই বিলখনৰ ওপৰত হোৱা তৰ্ক-বিতৰ্ক শুনিবলৈ ভাৰতৰ কেন্দ্ৰীয় বিধান সভালৈ প্ৰথম আৰু শেষবাৰৰ কাৰণে গৈছিল। ইয়াৰ আগতে বা পাছত তেখেত সংসদ ভৱনলৈ যোৱা নাছিল। গেলেৰীৰপৰা গান্ধীজী আৰু লৰ্ড চেমচ ফৰ্ডে শাস্ত্ৰীজীৰ ওজস্বিনী বক্তৃতা খুউব মনোযোগেৰে শুনিছিল। ইয়াৰ পাছতো গান্ধীজীয়ে আৰু ভাৰতৰ শীৰ্ষস্থানীয় ভালেকেইজন নেতাই মনুষ্যত্ব হৰণকাৰী এই সৰ্বনশীয়া বিল দুখন আইনত পৰিণত নকৰিবলৈ চৰকাৰক টানি ধৰিছিল। কিন্তু সকলো চেষ্টাই বৃথা হ'ল।

ইয়াৰ পাছতে মাদ্ৰাজৰপৰা কস্তুৰী ৰঙ্গ আয়েঙ্গাৰে গান্ধীজীক মাদ্ৰাজলৈ আহিবলৈ টানি অনুৰোধ কৰিলে। প্ৰকৃততে এই অনুৰোধ ৰাজাগোপালাচাৰীৰপৰাহে আহিছিল। সেই সময়ত ৰাজাগোপালাচাৰীয়ে ওকালতি আৰু ৰাজনীতি কৰিবলৈ মাদ্ৰাজলৈ আহিছিল।

অসুস্থতা সত্বেও গান্ধীজীয়ে মহাদেৱ দেশাইক লগত লৈ মাদ্ৰাজলৈ আহিল। মাদ্ৰাজত ৰাজাগোপালাচাৰীৰ লগতে গান্ধীজী থাকিল। 'ৰাউলট' বিল আইনত পৰিণত হলেনো কি কৰা উচিত হব সেই কথাকে তেওঁলোকে পুৱা গধূলি আলোচনা কৰিবলৈ ধৰিলে। কিন্তু তেওঁবিলাকৰ মনত কোনো এটা সুস্পষ্ট কাৰ্যপন্থা উদ্ভৱ হোৱা নাছিল। গান্ধীজীয়ে সত্যাগ্ৰহ কৰাৰ বাহিৰে এই দুৰ্ঘোৰ অনিষ্টকাৰী বিল দুখনৰ প্ৰতিকাৰৰ অন্য উপায় ভাবিবই নোৱাৰিছিল।

তেনেতে কস্তুৰী ৰঙ্গ আয়েঙ্গাৰে প্ৰতিনিধিমূলক স্বৰূপে কেইগৰাকীমান নেতা লগত লৈ এখন সভা আহবান কৰিলে। সেই সভাত বিজয় ৰাঘৱাচাৰীয়ে 'সত্যাগ্ৰহৰ দৰ্শন' বিষয়ত এখন বৈজ্ঞানিক দৃষ্টিভঙ্গীমূলক কিতাপ লিখিবলৈ গান্ধীজীক অনুৰোধ কৰিলে। গান্ধীজীয়ে কিন্তু খোলাখুলিকৈ কলে যে তেনে এটা কাৰ্য কৰিবলৈ তেওঁ অপাৰগ। কিয়নো যেতিয়া যি ব্যৱস্থা কৰিব লগা হয় তাৰ প্ৰচেষ্টাত আগবাঢ়িবলৈ পৰমেশ্বৰে তেওঁৰ মনত এটা ভাব জগাই তোলে আৰু তেওঁ সেই দৰেই কাৰ্য কৰে। তেওঁৰ মনেই যেতিয়া সাধাৰণভাৱে সত্য আৰু অহিংস ব্যতিৰেকে অন্য দৰ্শন মুঠিৰ ভিতৰত ল'ব নোৱাৰে, তেনেস্থলত সত্যাগ্ৰহৰ বিষয়ে বিধি বিধান থকা (codify) এখন পুস্তিকা প্ৰস্তুত কৰা তেওঁৰ পক্ষে অসাধাৰণ কাম। এইদৰে আলোচনা-বিলোচনা চলি থাকোঁতে ১৯১৯ চনৰ ১৮ মাৰ্চ তাৰিখে দ্বিতীয় বিলখন গেজেটত প্ৰকাশ কৰি কাৰ্যকৰী আইনত পৰিণত কৰিলে। সেই ৰাতি গান্ধীজীয়ে এই বিষয়টোকে চিন্তা কৰি টোপনি গৈছিল। শেহ ৰাতিৰ পিনে আন দিনাতকৈ তেওঁ অলপ সোনকালে সাৰ পোৱা যেন অনুভৱ কৰিলে। কিন্তু তেতিয়াও তেওঁ টোপনি আৰু সাৰ পোৱাৰ মাজৰ তন্দ্ৰা অৱস্থাত।

ঠিক তেনে অৱস্থাতে হঠাতে তেওঁৰ মনলৈ এটা ভাব আহিল আৰু নিচেই পুৱাতে তেওঁ ৰাজাগোপালাচাৰীক ক'লে—"যোৱা ৰাতি সপোনত মোৰ মনলৈ এটা ভাব আহিল (The idea came to me last night in dream) যে আমি দেশ জুৰি এটা হৰতাল আহবান কৰিব লাগে। সত্যাগ্ৰহ আত্মশুদ্ধিৰ এটা পন্থা। আমি যি যুদ্ধ (বিৰোধিতা) আৰম্ভ কৰিব খুজিছো সি এটা পবিত্ৰ কাৰ্য। মোৰ মনে ধৰিছে যে এই কাৰ্য আমাৰ আত্মশুদ্ধিৰ সৈতে অনুষ্ঠিত হোৱাহে উপযুক্ত হ'ব। সেই দিনা ভাৰতৰ সকলো লোকে তেওঁলোকৰ কাম-কাজ বন্ধ ৰাখিব লাগে, আৰু গোটেই দিনটো উপবাসে থাকি প্ৰাৰ্থনা কৰিব লাগে।" এই হৰতালৰ দিনটো প্ৰথমে ৩০ মাৰ্চ তাৰিখলৈ ঠিক কৰা হৈছিল, কিন্তু ইয়াক পাছত ৬ এপ্ৰিল তাৰিখলৈ (১৯১৯ চন) হোঁহোকাই দিয়া হ'ল।

সত্যাগ্ৰহৰ স্বৰূপ : হৰতাল সত্যাগ্ৰহ সম্পূৰ্ণৰূপে কৃতকাৰ্য কৰিবৰ অৰ্থে কংগ্ৰেছৰ শীৰ্ষস্থানীয় নেতৃবৰ্গই ভিন ভিন ঠাইত সভা-সমিতি পাতিবলৈ ধৰিলে। গান্ধীজীয়ে মাদ্ৰাজৰ সাগৰৰ পাৰৰ বালিত এখন বিৰাট ৰাজহুৱা সভাত ভাষণ দি সত্যাগ্ৰহৰ স্বৰূপৰ বিষয়ে তেওঁ ব্যাখ্যা কৰিছিল। গান্ধীজীয়ে কৈছিল যে সত্যাগ্ৰহ দুৰ্বলীৰ কাৰণে নহয়, শক্তি-শালীৰ নিমিত্তেহে। সত্যাগ্ৰহীয়ে সকলো অত্যাচাৰ উৎপীড়ন সহ্য কৰিব, কিন্তু নিজে অত্যাচাৰ বা উৎপীড়ন নকৰিব। সত্যাগ্ৰহীয়ে শত্ৰুক ভাল পাব লাগিব। কিয়নো এজনে ঘিণ কৰিলে সত্যাগ্ৰহীজনে মৰমৰ ভাবেৰেহে শত্ৰুৰ চিত্ত আকৰ্ষণ কৰিব লাগিব।

৬ এপ্ৰিলৰ দিনা বোম্বাইত গান্ধীজীৰ সৈতে সহস্ৰ সহস্ৰ লোকে চৌ-পাট্টিত সমবেত হ'ল। সকলোটিয়ে সাগৰত স্নান কৰি শোভাযাত্ৰা কৰি আহি এখন সভা পাতিলে। তাত ভাষণ দি গান্ধীজীয়ে কৈছিল—"দিল্লীত অভূতপূৰ্ব ঘটনা ঘটি-ছিল। গুলী চলোৱাতো সভাত সমবেত লোকসকল স্থিৰ, গম্ভীৰ, অটল, অচল, শান্তিপূৰ্ণভাৱে থিয় দি আছিল। মই সদায় জোৰ দি কৈ আহিছোঁ যে যি সকলে আইনৰ বিৰুদ্ধে সত্যাগ্ৰহ কৰিব সেই সকল সুপ্ৰতিষ্ঠিত আৰু শান্তিপূৰ্ণ হ'ব লাগিব। কিন্তু মই কেতিয়াও কোৱা নাই যে তেওঁবিলাকে দুখ কষ্ট বৰণ কৰিব নালাগিব। সত্যাগ্ৰহীসকলৰ নিমিত্তে এনে দুখ কষ্ট আদৰণীয় হ'ব লাগিব। স্বামী শ্ৰদ্ধানন্দ-জীয়ে মোলৈ টেলিগ্ৰাম দি জনাইছে যে দিল্লীৰ গুলী চালনাত ৪ জন মুছলমান আৰু ৫ জন হিন্দু মৰিছে। ২০ জনক বিচাৰি পোৱা নাই। ১৩ জন সাংঘাতিক ৰূপে আহত হৈ আস্পাতালত আছে। সত্যাগ্ৰহীসকলৰ কাৰণে এইটো বেয়া আৰম্ভণি নহয়। আত্মত্যাগৰ অবিহনে কোনো দেশেই কেতিয়াও উন্নতি কৰিব পৰা নাই আৰু কোনো জাতি গঢ়ি উঠিব পৰা নাই। No country had ever risen, no nation had ever been made, without an experiment of self-sacrificc (Tandulkar Vol. 1 Page 248).

বোম্বাইত হোৱা হৰতাল সম্পূৰ্ণৰূপে কৃতকাৰ্য হৈছিল। হৰতাল বুলিলে আমিৰ পুৰুষে ভীতি প্ৰদৰ্শন কৰি দোকান গোছাব, কাম-কাজ বন্ধ কৰাকে বুজে। যিটো উদ্দেশ্য বা কাৰণ লৈ হৰতাল ঘোষণা কৰা হয় সেই উদ্দেশ্যৰ প্ৰতি শ্ৰদ্ধা আৰু সমৰ্থন দেখুওৱাৰ নিমিত্তেহে প্ৰকৃততে হৰতাল পালন কৰা হব লাগে।

১৯১৯ চনৰ ৬ এপ্ৰিলৰ দিনা মই কলিকতাত আছিলোঁ। কলিকতাতো সত্যাগ্ৰহৰ হৰতাল নিখুঁতভাৱে সম্পন্ন হৈছিল। দোকান-পোহাৰ, স্কুল-কলেজ, অফিচ, কাছাৰী আদি আপোনা আপুনি বন্ধ হৈছিল। চৰকাৰী কৰ্মচাৰীৰপৰা দোকানী ব্যৱসায়ীলৈকে প্ৰায় সকলো লোকেই সেইদিনাখন স্বতস্ফুৰ্ত্তভাৱে নিজ নিজ কামৰপৰা বিৰত আছিল আৰু লঘোনে থাকি গধূলি প্ৰাৰ্থনা কৰিছিল। আমাৰ কলিকতাৰ অসম মেচতো দুপৰীয়া ৰন্ধা কাৰ্যই বন্ধ আছিল। মেচৰ কেইজনমানে আগদিনা ৰাতি ৮ বজাৰপৰা পিছ দিনা সন্ধ্যা ৮ বজালৈকে জলস্পৰ্শই কৰা নাছিল। আমি কেইজনমানে চেঁচা পানী খাই-ছিলোঁহঁক।

**হিন্দ স্বৰাজ আৰু সৰ্বোদয়** ঃ ৰাইজে সত্যাগ্ৰহৰ অৰ্থ সহজে বুজিব পাৰিবলৈ গান্ধীজীয়ে বোম্বাইত কিছুমান সাধাৰণ বিষয়ত আইন ভঙ্গ কৰিবলৈ লৈ সত্যাগ্ৰহ আৰম্ভ কৰিছিল। গান্ধীজীয়ে নিজে লিখা 'হিন্দ স্বৰাজ' আৰু 'সৰ্বোদয়' নামৰ দুখন পুস্তিকা চৰকাৰে বন্ধ ( Proscribe ) কৰি দিছিল। গান্ধীজী আৰু সৰোজিনী নাইডুৱে এখন মটৰ গাড়ীত উঠি এই নিষিদ্ধ পুস্তিকা দুখন বেচিবলৈ লৈ বোম্বাইৰ ৰাজ আলিলৈ ওলাইছিল। সেই কিতাপৰ মূল্য চাৰি অনাহে আছিল। কিন্তু ৫০ টকা পৰ্য্যন্ত দাম দি কিনিবলৈকো ৰাইজে হেতা ওপৰা লগাইছিল। গ্ৰাহক ইমান বেছি হৈছিল যে অলপ সময়ৰ ভিতৰতে কিতাপ শেষেই হৈছিল। এই কিতাপ বিক্ৰী কৰোঁতে গান্ধীজীয়ে কিনোতাসকলক স্পষ্টকৈ বুজাই দিছিল যে চৰকাৰে এই কিতাপ বেচা, কিনা আৰু ৰখা নিষেধ কৰি আইনতঃ দণ্ডনীয় কৰিছিল। অতএব কিতাপ কিনাসকলৰ বিপদ আছে। কিন্তু তেতিয়া আৰু এনে কথালৈ কোনে কাণ কৰে? সৰ্বসাধাৰণ ৰাইজে গান্ধীজীৰ পৰামৰ্শমতে আইন অমান্য কৰিবলৈ দৃঢ় পৰিকৰ হৈ উঠিছিল।

গান্ধীজীয়ে বোম্বাইৰপৰা খনে এক পইচা দামত 'সত্যাগ্ৰহী' নামৰ এখন বাতৰি কাকত প্ৰতি সোমবাৰে পুৱা ১০ বজাত প্ৰকাশ কৰিছিল। ১৯১৯ চনৰ ৭ এপ্ৰিলৰ দিনা এই কাকতখনৰ প্ৰথম সংখ্যাত গান্ধীজীয়ে লিখিছিল—"বাতৰি কাকত প্ৰকাশৰ সন্দৰ্ভত যি আইন আছে সেই আইন ভঙ্গ কৰাৰ উদ্দেশ্যে প্ৰত্যেক সত্যাগ্ৰহীৰ কেন্দ্ৰৰপৰা একোখন লিখিত বাতৰি কাকত ৰেজিষ্টাৰ নকৰাকৈ প্ৰকাশ কৰিব লাগিব। ফুলস্কেপ কাগজৰ এপিঠিত লিখা হ'ব। যেতিয়া এই কাকত প্ৰকাশ কৰিবলৈ লোৱা হ'ব তেতিয়াহে বুজি পোৱা হ'ব যে ফুলস্কেপ কাগজৰ এপিঠিকে ভৰাবলৈ টান হয়··· ············। এজন সত্যাগ্ৰহীয়ে যেতিয়া চৰকাৰে দিয়া সকলো দণ্ডৰ ভয়-ভীতি পৰিহাৰ কৰে তেতিয়া তেওঁ কাগজত নিজৰ বিবেকে কোৱা কথাবিলাক আনবিলাক বিষয়লৈ ভ্ৰূক্ষেপ নকৰাকৈ প্ৰকাশ কৰিব পাৰে। সেই কথাবিলাক ভালকৈ প্ৰকাশ কৰিবৰ কাৰণে বাতৰি কাকতবিলাকে প্ৰচাৰত অলপো অসুবিধা পাব নেলাগে। কিয়নো যি বিলাক সত্যাগ্ৰহীয়ে এনে হাতে লিখা বাতৰি কাকত পাব, তেওঁলোকে আকৌ ইয়াৰ নকল কৰি প্ৰচাৰ কৰিব।

**অসম ৰাইজ** ঃ ১৯২০ চনত মই কলিকতাৰপৰা যোৰহাটলৈ একেবাৰে ঘূৰি অহাৰ কিছু সময়ৰ পাছতে অসমত ইমূৰৰপৰা সিমূৰলৈ পূৰ্ণ উদ্যমে সত্যাগ্ৰহ আন্দোলন আৰম্ভ হৈছিল। তেতিয়া যোৰহাট ডিষ্ট্ৰিক্ট কংগ্ৰেছৰপৰা এনে এখনৰ প্ৰথম

হাতে লিখি 'চাইক্লষ্টাইল' কৰা বাতৰি কাকত প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিলোঁ। মোৰ এতিয়া যিমান দূৰ মনত পৰে ময়ে এই কাকতৰ সম্পাদক আছিলোঁ, আৰু এই বাতৰি কাকতখনৰ নাম দিয়া হৈছিল 'অসম ৰাইজ'। প্ৰথমতে এই কাকত দৈনিক হিছাপে উলিয়াবলৈ যত্ন কৰিছিলোঁ। অসমত সত্যাগ্ৰহৰ আইন অমান্য আন্দোলনত আৰু দেশৰ স্বাধীনতা যুদ্ধত আগ ভাগ লোৱা, অসমৰ চাৰিসত্ৰৰ অন্যতম সত্ৰ গড়মূৰৰ তেতিয়াৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীপীতাম্বৰ গোস্বামী দেৱে কংগ্ৰেছৰ কাম কৰিবৰ কাৰণে আমাক এই 'চাইক্লষ্টাইল' মেচিনটো দান দিছিল।

প্ৰথমতে এই 'অসম ৰাইজ' কাকত কেন্দুগুৰিত থকা আমাৰ ঘৰৰপৰাই ৰাতিতে লিখি চাইক্লষ্টাইল কৰি উলিয়াইছিলোঁ। এই কাৰ্যত যোৰহাটৰ মাজকুৰিৰ হেম শৰ্মা আৰু ৰোহিনী হাতীবৰুৱাই অশেষ সহায় কৰিছিল। আমি ৰাতিটোৰ ভিতৰতে হাতেৰে লিখি ফুলস্কেপ কাগজৰ এক ছিটত দুই পিঠি চাইক্লষ্টাইল কৰি ৰাতি পুৱাও পুৱাও হওঁতেই যোৰহাটৰ পূব ভাগলৈ কেন্দুগুৰিৰ সুৰেশ বৰুৱা আৰু পশ্চিম দিশলৈ চন্দ্ৰ বৰুৱাৰ হাতত দি ট্ৰাংক ৰোডৰ কাষে কাষে থকা আমাৰ ঘাটিবিলাকত বিলাই দিয়াইছিলোঁ। সুৰেশ বৰুৱা চাৰিগাঁও মৌজাদাৰ ৰামনাথ বৰুৱা মৌজাদাৰৰ পুতেক। তেতিয়া বয়স ১৬-১৭ বছৰমান হৈছিল। চন্দ্ৰ বৰুৱা আছিল একে গাঁৱৰে দুতিৰাম বৰুৱা চিৰস্তাদাৰৰ পুতেক। তেওঁ সুৰেশৰ সমবয়সীয়া আছিল। দুয়ো কেন্দুগুৰি ফুটবল টিমৰ ভাল খেলুৱৈ আছিল। আমাৰ এই কাগজবিলাক ৰাইজে বৰ মনোযোগেৰে পঢ়িছিল। এই কাগজত আমি ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈ চলা সত্যাগ্ৰহৰ কথা, স্থানীয় ঘটনাৱলী আৰু গান্ধীজীৰ প্ৰচাৰিত বাণীসমূহ বেছ চমুকৈ প্ৰকাশ কৰিছিলোঁ।

কিছুদিনৰ পাছত নানা আলৈ আহকাল আৰু অভাৱবশতঃ দৈনিক গুচি সপ্তাহত এদিনকৈ অৰ্থাৎ সাপ্তাহিককৈ 'অসম ৰাইজ' প্ৰকাশ হৈছিল।

বালিবাটৰ এজন মুছলমান ভদ্ৰলোকে তেওঁৰ যোৰহাট নগৰৰ পূব দক্ষিণলৈ টোকোলাই জানটোৰ পাৰতে থকা ভাড়া ঘৰটোকে আমাক কংগ্ৰেছৰ কাৰ্যালয় বা ঘাটি হিছাপে ব্যৱহাৰ কৰিবলৈ মাহে দহ টকা কেৰেয়ালৈ দিছিল। সেই ঘৰৰপৰা কেইবাৰমান 'অসম ৰাইজ' উলিওৱাৰ পাছত পুলিচৰ চোৰাংচোৱাৰ দৌৰাত্ম্য চাৰিওদিশৰ পৰা ইমান বেছি হ'ল যে কাগজ উলিওৱা অসম্ভৱ হৈ পৰিল। এইখিনিতে উল্লেখ কৰিব লাগিব যে গান্ধীজীৰ পৰামৰ্শ আমি সম্পূৰ্ণৰূপে পালন কৰিব পৰা নাছিলোঁ। কিয়নো আমাৰ ঠাইত বাতৰি কাকতৰ সম্পূৰ্ণ অভাৱ। ছপা বাতৰি কাকতবিলাকে সঁচাই মিছাই নানা গুজব প্ৰচাৰ কৰে, আৰু সত্যাগ্ৰহ আন্দোলনৰ কথা প্ৰায়েই প্ৰকাশ নকৰে বা বিকৃতকৈ কৰে। সেই কাৰণে যিমান দূৰ পাৰোঁ গোপনে 'অসম ৰাইজ' চলাই আমাৰ গাঁৱৰ ৰাইজক যথা সম্ভৱ সত্যাগ্ৰহৰ বিষয়ে গান্ধীজীৰ বাণী শুনাই সচেতন কৰিবলৈ যত্ন কৰিছিলোঁহঁক। কিন্তু আমাৰ কাগজ প্ৰকাশ কৰাৰ কথা বেছি দিন গোপন হৈ নেথাকিল। ইমান দিনে পুলিচৰ চকুত ধূলি মাৰি আমি কাগজ উলিয়াইছিলোঁহঁক। পুলিচেও এই চাইক্লষ্টাইল মেচিনটো ধৰা পেলাবলৈ চৌদিশৰপৰা অহোপুৰুষাৰ্থ কৰিছিল। টোকোলাইৰ পাৰৰ এই ভাড়া ঘৰটো টিণৰ আছিল। ইয়াৰ

ওপৰ চাংখন বাঁহৰ গাধৰিবে কৰা আৰু ঘৰটোৰ চাৰিওফালৰ বেৰো বাঁহৰ গাধৰিবে আছিল। ট্ৰাংকৰোড পড় আলিৰ কোণত 'স্বৰাজ কুটীৰ' নামৰ ক্ষুদ্ৰ কোঠা-টোত, যিটো আমাৰ সদৰ ঘাটি আছিল; সেইটো ক্ৰমশঃ আমাৰ কাম কাজৰ নিমিত্তে ঠেক আৰু নাটনি হৈ পৰিছিল। তেতিয়া আমি এই টোকোলাইৰ পাৰৰ ঘৰটো লৈছিলোঁ। এদিন গধূলি গৈ দেখোঁ যে টোকোলাইৰ পাৰৰ আমাৰ ভাড়া ঘৰটোত দুজনমান পুলিচ আৰু এজন হেল্ডাৰে গৈ দখল লৈ আছে। ঘৰটোৰ ভিতৰত যি সামান্য মালামাল আছিল সি একেবাৰে নগণ্য। কিয়নো আমাৰ পিন্ধা কাপোৰ যোৰ, তিয়নী চুৰিয়া এখন 'আৰু গামোচা এখনৰ বাহিৰে অন্য কোনো বস্তুৱেই নাছিল। ৰন্ধা বাচন বুলিবলৈ খোলা ওলোৱা চছ্‌পেন এটা কি দুটা, আৰু নাল নোহোৱা কেৰাহী এখন নে দুখন মাত্ৰ। যেতিয়া যি আহে চাউল দাইল আনি তাতে ৰান্ধি বাঢ়ি খাওঁ। আমাৰ চাইক্লষ্টাইল মেচিনটো ওপৰ চাঙত থকাত সেইটো পুলিচে পায় বুলিহে আমাৰ চিন্তা হ'ল। সকলো সময়তে পুলিচ তাৰপৰা আঁতৰ নোহোৱাই হ'ল। সেই সময়ৰ যিটো পৰিস্থিতি তেতিয়া আমাৰ পক্ষে কোনোবাই এটকা ৰূপ চান্দা দিলেও বহুত পালোঁ বুলি ভাবিছিলোঁহুঁক। তেতিয়াৰ এটকা মানে আজি (১৯৭৪-৭৫ চনৰ) ২৪ বা ২৫ টকাতকৈও বেছি। উদাহৰণ স্বৰূপে তেতিয়া যোৰহাট চক বজাৰত ১ টকাত মিহি চাউল ১০ সেৰকৈ বিক্ৰী হৈছিল আৰু এতিয়া এক কিলো চাউলৰ দাম ৩ টকা বা ৩ টকা ২০ পইচা। এইটো মেচিন যদি আমি উদ্ধাৰ কৰিব নোৱাৰোঁ নতুনকৈ মেচিন লবলৈকো আমাৰ সামৰ্থ্য নাই। গড়মূৰ সত্ৰাধিকাৰেও আৰু এটা চাইক্লষ্টাইল মেচিন দিব পৰাৰ সম্ভাৱনা নাছিল। এনে অৱস্থাত আমাৰ কেইজনমানে ওচৰতে থকা যোৰহাট টাউনৰ চকবজাৰৰ ব্যৱসায়ী গুণ বৰঠাকুৰৰ ঘৰত বহি নিৰলে আলো-চনা কৰি শেষত ইয়াকে স্থিৰ হ'ল যে দুই তিনিদিনমান পুলিচৰ গতিবিধি লক্ষ্য কৰি দিনত যদি কোনোবা সময়ত সেই ঘৰটোত পুলিচ নথকাৰ সুৰুঙা পোৱা যায় তেতিয়া হলে দিনতেই জখলা লগাই ওপৰ চাঙৰপৰা চাইক্লষ্টাইল মেচিনটো নমাই আনিব লাগিব। আৰু দিনত যদি কোনো সুৰুঙা পোৱা নেযায় অৰ্থাৎ পুলিচ যদি দিনৰ সকলো সময়তে তাত থাকে, তেনেহলে ৰাতি বাহিৰ ফালৰপৰা চ'টিৰ ওপৰেদি মুধৰ বাঁহৰ গাধৈৰ বেৰ ফালি ওপৰ চাঙৰপৰা সেই চাইক্লষ্টাইল মেচিনটো নমাই আনিব লাগিব। ঠিক হ'ল দিনত আনিব লাগিলে গুণ বৰঠাকুৰেই আনিব। ৰাতি আনিব লগা হলে মই জখলাত উঠি মুধৰ চটিৰ ওপৰে গাধৈৰ বেৰ ফালি ওপৰ চাঙৰপৰা মেচিনটো নমাই দিম আৰু গুণ বৰঠাকুৰে তলত ধৰিব । আমি দুয়ো এই বিপদ-জনক দায়িত্ব গ্ৰহণ কৰিলোঁ।

দেখা গ'ল যে দিনৰ সকলো সময়তে এই ঘৰটোত চিপাহী এজন নহয় এজন থাকেই। সেই কাৰণে পুলিচে দখল কৰা ছয় কি সাত দিনমানৰ পাছত ৰাতি ১২ কি ১ বজাত বাহিৰৰপৰা জখলাৰে উঠি মুধৰ গাধৈৰ বেৰ ফালি ৰাতি মই মেচিনটো উলিয়াই দিলোঁ আৰু গুণ বৰঠাকুৰে তলত ধৰিলে। এইদৰে আমি মেচিনটো উদ্ধাৰ কৰিলো। পুলিচ শুই থকাতেই থাকিল। কিন্তু পাছত নানা আইন আহকালত পৰাত আৰু আমাৰ লগৰ উদ্যোগী কৰ্মী কেইজনেও নগৰৰপৰা দূৰ গ্ৰামে গাঁৱত কাম কৰি

থাকিব লগা হোৱাত 'অসম বাইজ' উলিওৱা বন্ধ হৈ গ'ল। ১৯২২ চনত জেলৰ-পৰা ওলাই আহি এই যেচিনটো কি হ'ল মোৰ এতিয়া মনত নাই। উল্লেখযোগ্য যে সেই সময়ত এক ৰিম ফুলস্কেপ কাগজৰ দাম মাত্ৰ দুটকা আছিল। আৰু আজি ১৯৭৫ চনৰ মাৰ্চ মাহত সেই একে বিধৰ এক ৰিম কাগজৰ দাম ৩২ টকা। তাকো পাবলৈ নাই।

প্ৰথম মহাসমৰৰ পাছত দেশৰ অৱস্থা (বনুৱা ধৰ্মঘট) ঃ আজিৰ যুগৰ লগত যদিও কোনো বিষয়ে তুলনা নহয়, তথাপি প্ৰথম মহাসমৰৰ পাছত খাদ্য বস্তু, কাপোৰ-কানি, নিত্য ব্যৱহাৰ্য বস্তুবিলাকৰ মূল্য বৃদ্ধি হবলৈ ধৰিলে। সেই সময়ত চাহ বাগিচাৰ মজুৰীও বৰ কম আছিল। যুদ্ধৰ পাছত তেওঁলোকৰ লাগতিয়াল বস্ত্ৰ-বস্তুবিলাকৰ মূল্য বৃদ্ধি হৈ যোৱাত সুৰমা উপত্যকাৰ চাহ বাগিছাৰ বনুৱাসকলে আপত্তি কৰিবলৈ ধৰিলে। এনে আপত্তিলৈ বাগিচাৰ হৰ্তাকৰ্তা বিধাতাসকলে কাণ নিদিয়াত চাহ বাগিচাৰ মজদুৰসকলে ধৰ্মঘট আৰম্ভ কৰিলে। ধৰ্মঘট ভঙ্গ কৰিবলৈ অসম চৰকাৰে বাগিচাৰ মেনেজাৰক মিলিটাৰী কিম্বা সশস্ত্ৰ পুলিচৰ সহায় দিলে। এনে পৰিস্থিতিত সুৰমা উপত্যকা আৰু অসমৰ বহু বাগিচাৰ বনুৱাসকলে বাগিচাত কাম নকৰি তেওঁবিলাকৰ নিজ নিজ প্ৰদেশলৈ ঘূৰি যাবলৈ বুলি ৰেল লাইনৰ কাষে খোজ কাঢ়ি প্ৰায় ১২০০০ বনুৱা মুনিহ, তিৰোতা, ল'ৰা-ছোৱালীয়ে চান্দপুৰ ঘাট পালেগৈ।

চান্দপুৰত পদ্মা নৈ পাৰ হব লাগে। সেয়ে বনুৱাবিলাকে ঘাটত অপেক্ষা কৰিবলৈ বাধ্য হ'ল। প্ৰথমতে এচ, ডি, অ' (S. D. O.) মিঃ সিনহাই তেওঁবিলাক পাৰ হোৱাৰ নিমিত্তে কিছু সহায় কৰিছিল। কিন্তু অনতি বিলম্বে চাহ বাগানৰ মেনেজাৰ সকলৰ হেঁচাত এই সাহায্য বন্ধ কৰিলে। মিঃ মেক ফাৰ্চন নামৰ টি এচচিয়েচনৰ প্ৰতিনিধি এজনে এচ, ডি, অ'ক (S.D.O.) লগত লৈ বনুৱাসকলক নিজ নিজ বাগানলৈ উলটি যাবলৈ বুলি টানি কৈছিলগৈ। ইয়াতে বনুৱাবোৰে ভয় খাই ঘাটত ৰৈ থকা জাহাজ এখনত উঠিবলৈ বুলি চাপলি মেলিছিল। এচ, ডি, অ' (S.D.O.) চাহেবে ইয়াকে দেখি জাহাজত উঠিবলৈ বুলি দিয়া কাঠৰ তক্তাৰ চিৰি (gang way) তুলি দিবলৈ হুকুম দিলে। যেই হঠাত চিৰি উঠাই দিলে তালেমান বনুৱা পানীত পৰি গৈ বুৰি মৰিল। এই ঘটনাটোৱে বনুৱাসকলক কিছু উত্তেজিত কৰিছিল আৰু কেইজনমান বনুৱাই এচ, ডি, অ' (S.D.O.)ক প্ৰহাৰ কৰিলে। এই ঘটনাৰে সুবিধা লৈ ডিভি-জনেল কমিচনাৰ কে, চি, দেই টেলিগ্ৰাফ কৰি নাৰায়ণ গঞ্জৰপৰা গোৰ্খা চিপাহী নিয়াই বনুৱাসকলক ভীষণ ভাৱে মৰোৱালে আৰু ৰেল ষ্টেচনৰ চালিৰ তলৰপৰা ভৰাগিতা বৰষুণত মুকলি পথাৰলৈ গৰু খেদোৱাদি খেদাই দিয়ালে।

এই ঘটনাৰ পাছদিনা মহামতি চি. এফ এনড্ৰুজ চান্দপুৰলৈ গৈ স্বচক্ষে দেখিলেগৈ কেনেকৈ নিশকতীয়া বনুৱা তিৰোতাই নিজৰ সন্তানক হাতত ধৰি টানি নিওঁতে গোৰ্খা চিপাহীয়ে নৃশংস ভাৱে লাঠীৰে মৰিয়াইছিল আৰু কেনেকৈ অমানুষিক অত্যাচাৰ কৰিছিল। বনুৱাৰ এই দুৰ্দশা দেখি ৰেল আৰু জাহাজৰ কৰ্মীসকলে ধৰ্ম-ঘট কৰিছিল। জে, এম, সেনগুপ্তই এই ধৰ্মঘটৰ ভাৰ লৈছিল। ২৪ মে (১৯২১ চন) তাৰিখে ধৰ্মঘট আৰম্ভ হৈছিল আৰু চেপ্টেম্বৰৰ মাজ ভাগলৈকে চলিছিল। তিনি মাহতকৈ অধিক কাল চিটাগাং ডিভিজনলৈ ৰেল আৰু জল পথ আদি সম্পূৰ্ণ বন্ধ আছিল।

জে, এম, সেনগুপ্তৰ সভাপতিত্বত বেচৰকাৰী কমিটী এটাই সকলো ঘটনা তদন্ত কৰি প্ৰতিবেদনত প্ৰকাশ কৰিছিল যে গোৰ্খা চিপাহীয়ে লাঠী, বন্দুক আৰু বেয়নেট পৰ্য্যন্ত নিৰস্ত্ৰ নিঃসহায় বনুৱাসকলৰ ওপৰত ব্যৱহাৰ কৰিছিল। আনকি কমিচনাৰ কে, চি, দেইও স্বীকাৰ কৰিছিল যে গোৰ্খা চিপাহী আহি পোৱা মাত্ৰই মাৰধৰ আৰম্ভ কৰিছিল আৰু বনুৱাসকলে আঁতৰি যাবলৈ সময় নাপাইছিল।

**গান্ধীজী গ্ৰেপ্তাৰ (১৯১৯): ৰৌলট আইনৰ বিৰুদ্ধে প্ৰতিবাদ:** বোম্বাইৰ সত্যাগ্ৰহৰ পাছতে গান্ধীজীক দিল্লী আৰু পঞ্জাবৰ বাইজে এই দুখন ঠাইলৈ যাব লাগে বুলি টানি নিমন্ত্ৰণ জনাইছিল। গান্ধীজীয়ে মহাদেৱ দেশাইক লগত লৈ দিল্লীলৈ ৰাওনা হৈছিল। কিন্তু বাটতে পালৱান ষ্টেচনত গান্ধীজীক গ্ৰেপ্তাৰ কৰিলে আৰু তাৰ পাছত বোম্বাইলৈ ঘূৰাই পঠাই দিলে। গ্ৰেপ্তাৰ কৰা অৱস্থাতে গান্ধীজীয়ে মহাদেৱ দেশাইৰ যোগেদি ভাৰতৰ ৰাইজলৈ, বিশেষকৈ বোম্বাই চহৰৰ ৰাইজলৈ এটা বাণী দিছিল। ইয়াৰ কেইআষাৰমান কথা এই যুগৰ নিমিত্তে উল্লেখ কৰা উচিত হ'ব ... "ৰাওলাট আইন যিমানদিন বলবত হৈ থাকে সিমান দিন জেইলৰ বাহিৰত থকাটো বৰ মনো-কষ্টদায়ক। মোক চৰকাৰে গ্ৰেপ্তাৰ কৰাত মই মুক্ত হলোঁ। এতিয়া তোমালোকে তোমালোকৰ কৰ্তব্য পালন কৰিব লাগে। এই কৰ্তব্যনো কি তোমালোকৰ সত্যাগ্ৰহৰ প্ৰতিজ্ঞাপত্ৰত স্পষ্টকৈ কোৱা হৈছে। সেই প্ৰতিজ্ঞা আখৰে আখৰে পালন কৰা, তেতিয়া পাবা যে এয়ে তোমালোকৰ কামধেনু (কামধেনু বোলাৰ অৰ্থ এয়ে যে যি-হকে বাঞ্ছা কৰা ইয়াৰপৰা সকলো পাবা)। মই আশা কৰোঁ মোক গ্ৰেপ্তাৰ কৰাৰ নিমিত্তে কাৰো যেন মনলৈ আক্ষেপ নাহে। মই যিহকে বিচাৰিছিলোঁ হয় ৰাওলাট আইন উঠাই লব লাগে, নহয় মোক জেলৰ ভিতৰত ৰাখিব লাগে—মই তাকে পাইছো। সত্যৰপৰা চুলি এডালমানো ইফাল সিফাল হলে, অথবা ইংৰাজেই হওক কিম্বা ভাৰতীয় কোনো লোকক হিংসা কৰিলে সত্যাগ্ৰহীসকলে যি মহৎ উদ্দেশ্য লৈ কাম আৰম্ভ কৰিছে সেই উদ্দেশ্য নিশ্চয় ভ্ৰষ্ট হব। এইটো মোৰ দৃঢ় বিশ্বাস যে আমাৰ মুক্তি হ'ব আমাৰ দুখ কষ্টৰ মাজেদিহে, ইংলণ্ডৰ অৱদানদ্বাৰা নহয়। তেহেলৈ তেওঁলোকৰ যিমানেই বদান্যতা থাকক লাগিলে তাৰপৰা (আমাৰ) কোনো কামত নাহে। তেওঁবিলাকৰ (ইংৰাজসকলৰ) সভ্যতা আৰু আমাৰ সভ্যতাৰ মাজত বুনিয়াদী (fundamental) প্ৰভেদ আছে। তেওঁবিলাকে বিশ্বাস কৰে যে শক্তি প্ৰয়োগেই কিম্বা পাশৱিক বলেই সমস্যাৰ শেষ মীমাংসা কৰে। মই আমাৰ ভাৰতৰ সভ্যতাৰ বিষয়ে পঢ়ি শুনি পাইছোঁ যে আমাৰ (ভাৰতীয়ৰ) আত্মাৰ বল কিম্বা নৈতিক শক্তিৰ ওপৰত আমাৰ বিশ্বাস আৰু ইয়েই আমাৰ শেষ মীমাংসা কৰে। এয়ে হ'ল সত্যাগ্ৰহ।"

গান্ধীজীক "গ্ৰেপ্তাৰ কৰাৰ কথা প্ৰচাৰ হ'লত বোম্বাইৰ জনসাধাৰণ উন্মত্ত হৈ উঠিল। গান্ধীজীক পালোৱান ষ্টেচনত গ্ৰেপ্তাৰ কৰি অল্পাৰ পাছত ঘূৰাই পাওঁতেই তেওঁক পুলিচ বিষয়া এজনে কলে—"আপুনি এতিয়া মুক্ত। বোম্বাইলৈ উভতি যাব পাৰে।" এপ্ৰিলৰ ১১ তাৰিখে গান্ধীজী উভতি বোম্বাই পাইছিলগৈ।

১৯১৯ চনৰ ৬ এপ্ৰিল তাৰিখে সত্যাগ্ৰহৰ পিছৰ সপ্তাহটোত ভাৰতৰ সকলো

ঠাইতে আৰু কলিকতাতো অভূতপূৰ্ব সভা-সমিতি আৰু শোভাযাত্ৰা আদি কৰি ৰৌলট আইনৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ কৰা হৈছিল। কোনো কোনো ঠাইত শান্তি ভঙ্গ হৈছিল আৰু চৰকাৰে কঠোৰভাৱে এই অশান্তিবোৰ দমন কৰিছিল।

অমৃতসৰত হৰতাল হৈছিল ৩০ মাৰ্চ তাৰিখে। পঞ্জাবৰ বাইজ যাতে বাজদ্ৰোহ মনোভাবাপন্ন হ'ব নোৱাৰে তাৰ নিমিত্তে তেতিয়াৰ পঞ্জাবৰ গভৰ্ণৰ মাইকেল অ'ডায়াৰ দৃঢ় পৰিকৰ আছিল। ৯ এপ্ৰিলৰ দিনা তাত হিন্দু আৰু মুছলমান সকলো একেলগ হৈ ৰাম নৱমী উৎসৱটো পালন কৰি এটা বিৰাট শোভাযাত্ৰা উলিয়াইছিল। সেইদিনা শান্তিভঙ্গমূলক কোনো কাম নহৈছিল অথবা কোনো উপদ্ৰৱো হোৱা নাছিল।

**অমৃতসৰত অত্যাচাৰ ঃ** ১৯১৯ চনৰ ১০ এপ্ৰিল তাৰিখে পঞ্জাৱৰ জনপ্ৰিয় নেতাদ্বয় ডাঃ সত্যপাল আৰু ডাঃ কিচ্‌লুক চৰকাৰে 'ডিফেন্স অৱ ইণ্ডিয়া' আইন মতে অৱৰোধ কৰি (Internment) স্থানান্তৰিত কৰি থৈছিল। এই নেতা দুগৰাকীক গ্ৰেপ্তাৰ কৰাৰ বাতৰিটো ২০ এপ্ৰিলৰ দিনা অমৃতসৰত প্ৰচাৰ হৈছিল। এই বাতৰি প্ৰচাৰ হোৱাৰ লগে লগেই পঞ্জাবৰ জনসাধাৰণে স্বতঃপ্ৰবৃত্ত হৈ হৰতাল পালন কৰিলে। এদল জনতাই শোভাযাত্ৰা কৰি ডাঃ কিচ্‌লুক খালাচ দিব লাগে বুলি দাবী কৰিবলৈ ডেপুটী কমিশ্যনাৰৰ বঙলাৰ ফালে শোভাযাত্ৰা কৰি আগবাঢ়ি গ'ল। যাতে মানুহবিলাক চিভিল ষ্টেচনলৈ সোমাব নোৱাৰে তাৰ নিমিত্তে চৰকাৰৰ ফালৰপৰা পুলিচ আৰু মিলিটেৰীক আগৰপৰাই সন্তম কৰি ৰখা হৈছিল। ৰেলৰ লেভেল ক্ৰছিঙতে এই শোভাযাত্ৰাটো আগভেটি চিপাহী-চন্তৰীয়ে বন্ধ কৰিলে আৰু নগৰৰ পিনলৈ এই শোভাযাত্ৰাৰ মানুহবিলাকক উভতিবলৈ বাধ্য কৰালে। এই নিৰস্ত্ৰ জনতাৰ ওপৰত দুবাৰ গুলী কৰাও হৈছিল। গুলীত ভালেমান মানুহ মৰিছিল। চৰকাৰৰ এই কাৰ্যত শোভাযাত্ৰাৰ জনতা উন্মত্ত হৈ উঠিল আৰু তেওঁ-লোকে ওচৰৰ অফিচত বহি কাম কৰি থকা পাঁচজন কি ছজন ইংৰাজক হত্যা কৰিলে। উন্মত্ত জনতাই বেংকৰ অট্টালিকাকেইটা জুই লগাই পুৰিলে আৰু টেলি-গ্ৰাফৰ তাঁৰ কাটি দিলে। তেতিয়া চৰকাৰে সৈন্য এদল আনি জনতাক দমন কৰি নগৰত শান্তি স্থাপন কৰিলে।

১১ এপ্ৰিলৰ দিনা মৃত লোক কেইজনৰ শ লৈ জনতাই শোভাযাত্ৰা কৰিছিল। সেইদিনাই গধূলি জেনেৰেল ডায়াৰে আহি অমৃতসৰত থকা নগৰৰ সৈন্য দলৰ নেতৃত্ব গ্ৰহণ কৰিলে। পাছদিনা অৰ্থাৎ ১২ এপ্ৰিল তাৰিখে চৰকাৰে সকলো সভা-সমিতি আদি বন্ধৰ হুকুম জাৰি কৰিলে। এই ঘোষণা-পত্ৰ বিলাক ইংৰাজীত লিখা হৈছিল। নগৰৰ বহুতো ঠাইত মানুহে এই ঘোষণাৰ কথা গমকে নেপাইছিল। ১৩ এপ্ৰিল তাৰিখে অৰ্থাৎ বহাগ বিহুৰ উৰুকাৰ দিনা আবেলি চাৰে চাৰি বজাত এখন ৰাজহুৱা সভা হ'ব বুলি ১২ এপ্ৰিল তাৰিখেই প্ৰচাৰ কৰা হৈছিল। জেনেৰেল ডায়াৰে এই সভাখন বন্ধ কৰিবলৈ আগতে কোনো তত্বাৱধান নলৈছিল।

**জালিয়ানৱালাবাগত তেজৰ চেকুৰা ঃ** জালিয়ানৱালাবাগ পুৰণি কালত এখন ৰাজহুৱা ফুলনি বাগিছা আছিল। কিন্তু পিছলৈ সেই ঠাইখন ৰাজহুৱা সভা-সমিতি পতা কিম্বা মেলা আদি পতা মুকলি পৰি থকা ঠাইত পৰিণত হ'ল। ইয়াৰ প্ৰবিত্ৰকালে গকা বেৰ আছিল আৰু সোমাব-ওলাবলৈ মাত্ৰ এটা ঠেক বাট আছিল। চৌদিশৰ চলাচ-

বিলাকৰ গাতে লগা ঠেক বাটবোৰলৈ মুখ কৰি স্থানীয় মানুহবিলাকৰ ঘৰ-দুৱাৰ আছিল। ৰাজহুৱা সভাখন আৰম্ভ হোৱাৰ খন্তেকৰ পাছতে পঞ্চাশজন বাইফল-ধাৰী মিলিটাৰীৰ সৈতে জেনেৰেল ডায়াৰ গৈ বাগলৈ সোমোৱা বাটৰ মুখত থিত লৈ নিৰস্ত্ৰ আৰু নিৰুপদ্ৰৱ সভাত উপস্থিত থকা লোকৰ ওপৰত গুলী কৰিবলৈ হুকুম দিলে। জেনেৰেল ডায়াৰে পাছত বাহাদুৰি কৰি বন্দুকৰ গুলী শেষ নোহোৱালৈকে সভাত উপস্থিত জনতাৰ ওপৰত গুলী চালনা কৰিবলৈ হুকুম দিয়াৰ কথা কৈছিল। ঠাই টুকুৰাত চাৰিওপিনে পকা দেৱাল থকাৰ কাৰণে মানুহবোৰ কেনিও পলাই সাৰিবলৈ উপায় নেপাইছিল। এনেদৰে অহিংস, নিৰপৰাধী, সভাত যোগ দিয়া লোকসকলক অমানুষিকভাৱে হত্যা কৰা হৈছিল। পিছত চৰকাৰে ৩৭৯ জন লোক নিহত আৰু ২০০ জন লোক আহত হৈছিল বুলি স্বীকাৰ কৰে। কিন্তু বেচৰকাৰী হিছাপ মতে নিহত আৰু আহত লোকৰ সংখ্যা বহুত বেছি, কেবাহাজাৰো আছিল।

এইদৰে গুলী কৰি নিৰস্ত্ৰ আৰু অসহায় লোকসকলক হত্যা কৰি জেনেৰেল ডায়াৰে যি বাটে আহিছিল সেই বাটে উভতি গ'ল। আহত লোকসকলৰ মুখত এটোপা পানী দি শুশ্ৰুষা কৰাটোও জেনেৰেল ডায়াৰে মানবীয় কৰ্তব্যৰ ভিতৰত বুলি বিবেচনা নকৰিলে। ইয়াৰ পাছত অমৃতসৰত সামৰিক আইন জাৰি কৰা হ'ল আৰু ১৫ এপ্ৰিল তাৰিখৰপৰা গোটেই পঞ্জাবত সামৰিক আইন বা 'মাৰ্চিয়েল' আইন জাৰি হ'ল। আংশিকভাৱে ১১ জুন তাৰিখে আৰু সম্পূৰ্ণৰূপে ২৫ আগষ্টৰপৰাহে সামৰিক আইন উঠি যায়। এই সামৰিক আইন চলা সময়ছোৱাত পঞ্জাবত বিশেষকৈ অমৃতসৰত জনগণৰ ওপৰত অকথ্য আৰু সভ্যজগতত নাশুত নাশুনা অত্যা-চাৰ আৰু উৎপীড়ন চলিছিল। নিৰপৰাধী, নিৰস্ত্ৰ জণগণৰ ওপৰত গুলী চলাই হত্যা কৰি আহতসকলৰ কাৰণে পানী এটোপাৰ ব্যৱস্থা নকৰাৰ উপৰিও এই কালছোৱাত জেনেৰেল ডায়াৰে কৰা অত্যাচাৰ স্মৰণীয়। প্ৰথমতে সামৰিক আইনৰ নিকপকপীয়া বন্দবস্তৰ কাৰণে এই অমানুষিক অত্যাচাৰবিলাকৰ কথা ভাৰতীয় জনসাধাৰণে ভালকৈ গম নেপাইছিল। কিন্তু লাহে লাহে যেতিয়া অমৃতসৰত ভাৰতবাসীৰ ওপৰত অমানুষিক অত্যাচাৰৰ কথাবোৰ চাৰিওপিনে বিয়পি পৰিবলৈ ধৰিলে তেতিয়া ভাৰত-বাসীসকলৰ প্ৰথম অৱস্থাটো স্তৱধ পৰা মানুহৰ নিচিনা হ'ল। মানুহৰ যেন চিন্তা শক্তিয়েই লোপ পাই গৈছিল। 'এতিয়া, কি হ'ল আৰু কি কৰা যায়'—— এয়ে আছিল ভাৰতবাসীৰ একমাত্ৰ চিন্তা।

গান্ধীজীয়ে উপলব্ধি কৰিছিল যে সত্যাগ্ৰহৰ সত্য, অহিংসা আৰু নিয়মানুবৰ্তি-তাৰ যথেষ্ট শিক্ষা নোপোৱাকৈয়ে জনগণে সত্যাগ্ৰহ আন্দোলন কৰাৰ ফলত বাইজে হয়তো হিংসাৰ আশ্ৰয় ল'ব পাৰে। এইদৰে সাতে-পাঁচে ভাবি ১৮ এপ্ৰিল তাৰিখে তেওঁ বৰ্তমান-কালীন সত্যাগ্ৰহ স্থগিত ৰাখিবলৈ নিৰ্দেশ ঘোষণা কৰিলে। এই সময়তে বিশ্ব কবি ৰবীন্দ্ৰনাথ ঠাকুৰেও স্মৰণীয় ঐতিহাসিক চিঠি এখন গান্ধীজীলৈ লিখিছিল।

এই সন্ধিক্ষণত এফালে গান্ধীজীয়ে ৰাইজৰ মাজত আন্দোলন শান্ত কৰিবলৈ চৰকাৰক প্ৰতিশ্ৰুতি দিছিল, আনহাতে লৰ্ড চেমচ্‌ফৰ্ডে ভাৰতীয় জাতীয় আন্দোলনটো অৱদমিত কৰিবলৈ সৰ্বশক্তি প্ৰয়োগ কৰিব বুলি ঘোষণা কৰিছিল।

৩০ মে তাৰিখে কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে তেওঁৰ 'নাইট' উপাধি পৰিত্যাগ কৰি ভাৰতৰ বৰলাটলৈ এখন চিঠি দিছিল। এই চিঠিখন ভাৰতৰ ইতিহাসত সোণালী আখৰেৰে চিৰকাললৈ জিলিকি থাকিব।

চমুকৈ হলেও অমৃতসৰৰ জালিয়ানৱালাবাগৰ হত্যাকাণ্ড আৰু সেই কালছোৱাৰ এটা থুলমূল বিবৰণ দিলোঁ এই কাৰণেই যে ভাৰতীয় জাতীয় জাগৰণৰ ইতিহাসত এনেকুৱা নিৰ্মম হত্যাকাণ্ড আৰু জনগণৰ এনে নিঃসহায় করুণ অৱস্থাৰ কেতিয়াও সৃষ্টি হোৱা নাছিল। জালিয়ানৱালাবাগৰ হত্যাকাণ্ডই ভাৰতীয় জনসাধাৰণৰ অন্তৰত স্বাধীনতাৰ প্ৰতি গভীৰ স্পৃহা আৰু অনুৰাগৰ সঞ্চাৰ কৰিলে। ১৯৪৭ চনত ইংৰাজে ভাৰতবাসীক বহুতো কাৰণত স্বাধীনতা দিবলৈ বাধ্য হৈ পৰিছিল। কিন্তু মোৰ বোধেৰে ১৯১৯ চনৰ ১৩ এপ্ৰিলৰ দিনাই জালিয়ানৱালাবাগতে ভাৰতৰ পুনৰ উত্থান আৰু স্বাধীনতাৰ অধ্যায় আৰম্ভ হৈছিল। দুখৰ বিষয় যে আমাৰ স্কুল-কলেজবিলাকৰ পাঠ্য পুথিত আমাৰ জাতীয় জাগৰণ আৰু স্বাধীনতা আন্দোলনৰ কোনো বিবৰণ নাই। আমাৰ উঠি অহা ল'ৰা-ছোৱালীবিলাকেও এই বিষয়ে পঢ়িবলৈ নাপায়। গতিকে এইবিষয়ে তেওঁবিলাকে একো নেজানে। গান্ধীজীৰ নেতৃত্বত ভাৰতীয় মুক্তি আন্দোলনকাৰীসকলৰ আত্মত্যাগৰ ফলত ভাৰতত সত্য আৰু অহিংসা প্ৰতিষ্ঠিত হৈছিল আৰু বিভিন্ন জাতিৰ বিভিন্নতাৰ মাজতো ঐক্যৰ ভেটি গঢ়ি উঠিছিল। সেয়ে নোহোৱা হলে আমি আৰু কিমান দিন ইংৰাজৰ পদানত হৈ থাকিব লাগিলহেঁতেন তাক কোনে জানে? এইকথা নজনাৰ কাৰণেই স্বাধীন জাতি হিচাপে ভাৰতীয়সকলৰ যিটো মূল্যবোধ থাকিব লাগে সেইটো আজিৰ পুৰুষৰ আছেনে নাই এই বিষয়ে সন্দেহৰ অৱকাশ আছে। তৰ্কৰ থলী আছে সঁচা। হিন্দু মুছলমানৰ যদি মিলেই আছিল তেন্তে ভাৰতৰ বিভাজন হবলৈ পালে কেনেকৈ? শ শ বছৰীয়া পৰাধীনতা আৰু দাসত্বই আমাৰ মানুহবোৰৰ মনবোৰ ঠেক কৰি পেলালে। এই সংকীৰ্ণ মনোভাবৰ কাৰণেই বিদেশী শাসকসকলৰ প্ৰৰোচনাত ভাৰত বিভাজন হ'বলগীয়া হৈছিল। স্বাধীনতা লাভৰ এই ৩১ বছৰে ক্ৰমে এনে ভাবো মোৰ মনত খেলায় যে ভাৰত মহাদেশখনৰ হিন্দুস্তান, বাংলাদেশ, পাকিস্তান, বেলুচিস্তান আৰু পখটুনিস্তানক লৈ এখন ব্যৱহাৰিক ( Functional ) যুক্তৰাজ্য গঠন হ'ব। পৰস্পৰৰ মাজত কেঁৰিয়াকেৰি থাকিলেও হিংসাভাৱ আৰু শত্ৰুতা নাইকিয়া হ'ব বুলি মোৰ মনে ধৰে। তদুপৰি এদিন এনেকুৱা এটা অৱস্থা আহিব বুলি মই আশা কৰোঁ যেতিয়া সকলোটিয়েই নিজ নিজ স্বাৰ্থৰ খাটিৰত পৰস্পৰে পৰস্পৰক হিংসা আৰু শত্ৰুতা নকৰি পাৰস্পৰিক সহযোগিতাৰ পথ অৱলম্বন কৰিলেহে দেশৰ উন্নতি আৰু জীৱন যাত্ৰা সহজ হ'ব বুলি সাধাৰণ বিবেচনাৰ কথা বুজি উঠিব। এনে অৱস্থা সম্ভৱ হবলৈ অৱশ্যে দিন লাগিব। ইয়াৰ এটা ইংগিত জম্মু আৰু কাশ্মীৰ সম্পৰ্কতে পোৱা গৈছে। প্ৰায় কুৰি বছৰ আঁতৰ হৈ থকাৰ পাছত শেখ আব্দুল্লা আৰু ভাৰতৰ বৈদেশিক আৰু প্ৰধান মন্ত্ৰীৰ মাজত আলাপ-আলোচনাৰ যোগে যি এটা বুজাপৰা হৈছিল সেয়ে পৰস্পৰৰ মাজত ঐক্য বৃদ্ধিৰ সূচনা কৰে। ইয়ো এটা লক্ষ্য কৰিবলগীয়া যে আজিৰ যুগত ঘটনা প্ৰবাহ ইমান দ্ৰুত গতিৰে চলিছে যে লিখাৰ চিয়াহী শুকাবলৈ নৌপাওঁতেই গোট পৰিবৰ্তন হয়।

দুহাজাৰ বছৰতকৈও আগৰ দাৰ্শনিক প্লেটোৱে লিখিছিল যে দেশৰ শাসকসকলে মাজে মাজে এই বুলি আৱাজ তুলি থাকিব লাগে "আমাৰ গণতন্ত্ৰ বিপন্ন।" কিয়নো তেনে কৰিলে জনগণৰ মন কিছুমান ঘৰুৱা সমস্যাৰপৰা আঁতৰি জাতীয় ঐক্যবোধৰ পিনে আকৰ্ষিত হ'ব। এই পুৰণি নীতিৰ আৱশ্যকতা যে আজিও আছে তাক নুই কৰিব নোৱাৰি। কিন্তু পাকিস্তানৰ প্ৰধান মন্ত্ৰী জুলফিকৰ আলি ভুট্টোৱে প্লেটোৰ এই উপদেশ ইমান সঘনে ব্যৱহাৰ কৰে যে ই ভাৰতৰ পক্ষে বহু বিষয়তে আহ-কলীয়া হৈ পৰে।

জালিয়ানৱালাবাগ হত্যাকাণ্ডৰ সময়ছোৱাত মই কলিকতাত আছিলোঁ। সেই সময়ত কলিকতাবাসী ৰাইজৰ মনোভাৱ যে কেনেকুৱা ভাবে উত্তেজিত হৈ উঠিছিল তাক প্ৰকাশ কৰিবলৈ মোৰ ভাষা নাই। কলিকতাত সঘনে হৰতাল হৈছিল। সেই হৰতালবিলাক সম্পূৰ্ণ শান্তিপূৰ্ণ, নিৰুপদ্ৰব আৰু স্বতঃপ্ৰণোদিত আছিল। প্ৰায় সকলো হৰতালতে দিনত উপবাস কৰা আৰু সন্ধ্যা প্ৰাৰ্থনা কৰাটো আনুষঙ্গিক কথা আছিল। সেই কালত কলিকতাৰ ছাত্ৰ সমাজে বাস্তৱতে অহিংসা এটা উপায় হিচাপে মানিবলৈ প্ৰস্তুত হোৱা দেখা গৈছিল। মাত্ৰ গান্ধীজীৰ নিৰ্দেশ মতেই যে উপবাস আৰু প্ৰাৰ্থনা কৰা হৈছিল এনে নহয়, অনেক সময়ত ৰাইজে অনেক সভা-সমিতি পাতি নিজে নিজেই কাৰ্য পন্থা স্থিৰ কৰিছিল। সংখ্যাত কম হলেও এভাগ ছাত্ৰ-ছাত্ৰীয়ে অহিংসাব্ৰতী হৈ উপবাস আৰু প্ৰাৰ্থনা কৰাটো ভাৰতৰ স্বাধীনতা লাভৰ এটা নিৰ্ভৰযোগ্য পন্থাৰ ভিতৰত অন্যতম বুলি বিশ্বাস কৰিছিল।

**খিলাফট সমস্যা:** প্ৰথম মহাসমৰৰ কালত বৃটিছে ভাৰতক প্ৰতিশ্ৰুতি দিছিল যে যুদ্ধৰ অৱসানত ভাৰতত স্বায়ত্ত শাসন প্ৰবৰ্তন কৰা হ'ব। এই ঘোষণা ১৯১৭ চনতে কৰা হৈছিল। ১৯১৯ চনৰ অমৃতসৰ কংগ্ৰেছতো মণ্টেগু চেমচফৰ্ড শাসন সংস্কাৰ গ্ৰহণ কৰা হবনে নহয় সেই বিষয়ে মতভেদ হৈছিল। দেশবন্ধু চিত্তৰঞ্জন দাসে ভাৰ-তৰ শাসন পদ্ধতিক অসামঞ্জস্য, বৈষম্যমূলক আৰু নৈৰাশ্যজনক বুলি অভিহিত কৰি তাৰ সংস্কাৰ সাধনৰ কাৰণে অধিবেশনত এটা প্ৰস্তাৱ দাঙি ধৰিছিল। গান্ধীজী আৰু মদনমোহন মালব্যই শাসন সংস্কাৰ সমূলে অগ্ৰাহ্য নকৰি কি উপায়েৰে ইয়াক কামত খটুৱাব পাৰি আৰু এই সংস্কাৰৰ ওপৰত ভিৰ দি সম্পূৰ্ণ স্বায়ত্ত শাসন লাভ কৰিব পাৰি সেই সম্পৰ্কে সংশোধনী প্ৰস্তাৱ দিছিল। এই দুগৰাকী নেতাই দিয়া সংশোধনী প্ৰস্তাৱৰ উদ্দেশ্য আছিল যে যিমানদূৰ সম্ভৱ প্ৰস্তাৱিত শাসন সংস্কাৰৰ ওপৰত ভিত্তি কৰি স্বৰাজ লাভৰ কাৰণে কাম কৰি যাব। মিচেচ এনিবেচেণ্টে ১৯১৭ চনৰ ২০ আগষ্ট তাৰিখে ইংলণ্ডৰ কমন্স সভাত দিয়া ঘোষণাৰ ভিত্তিত অনা বিল (আইনৰ খচৰা) এখন সমৰ্থন কৰিছিল। ভিঠাল ভাই পেটেলে তেওঁৰ বিৰোধিতা কৰিছিল। জি এচ খাপাৰদেই মিচেচ এনিবেচেণ্টক পুতনাৰ (ৰাক্ষসী) লগত তুলনা কৰিছিল। এনে উক্তিত সভাত উপস্থিত নেতৃবৃন্দই অসন্তুষ্টি প্ৰকাশ কৰিছিল।

তেনেতে বালগঙ্গাধৰ তিলকৰ পৰলোক হৈছিল। এনে এটা সংকটপূৰ্ণ অৱস্থাত ১৯২০ চনৰ ছেপ্তেম্বৰ মাহত কলিকতাত কংগ্ৰেছৰ বিশেষ অধিবেশন পতা হয় আৰু এই অধিবেশনতে গান্ধীজীয়ে অসহযোগৰ প্ৰস্তাৱ দাঙি ধৰে। বিপিনচন্দ্ৰ পাল আৰু

চিত্তৰঞ্জন দাসে এই প্ৰস্তাৱৰ বিৰোধিতা কৰিছিল। ইয়াৰ পাছত ১৯২০ চনৰ শেহলৈ নাগপুৰত কংগ্ৰেছৰ অধিবেশন পতা হৈছিল। এই অধিবেশনৰ সভাপতি আছিল বিজয় ৰাঘৱচাৰীয়া। এই নাগপুৰ কংগ্ৰেছত দেশবন্ধু চিত্তৰঞ্জন দাস প্ৰমুখ্যে সকলো নেতাই গান্ধীজীক সমৰ্থন কৰিছিল আৰু এই সভাতে অসহযোগ আন্দোলনৰ কাৰ্য-সূচী আলোচনা কৰি স্থিৰ কৰা হৈছিল। এই অধিবেশনৰ পিছতে মধ্যপন্থীসকলে (Moderates) কংগ্ৰেছ এৰি একফলীয়া কাটি গ'ল।

হাণ্টাৰ কমিটীয়ে নেতৃস্থানীয় লোকসকলক তদন্তৰ সাপেক্ষে জেলৰপৰা মুক্তি দিবলৈ কৰা অনুৰোধ আৰু কমিটীত দুজন জজক যোগ কৰি লৈ তেওঁলোকৰ দ্বাৰা আৱশ্যক বুজি নতুন সাক্ষ্য গ্ৰহণ কৰিবলৈ বুলি কৰা অনুৰোধ অগ্ৰাহ্য কৰাত কংগ্ৰেছে বেলেগ তদন্ত কৰাৰ স্থিৰ কৰি গান্ধীজী, মতিলাল নেহৰু, চিত্তৰঞ্জন দাস, ফজলুল হক আৰু আব্বাচ তৈয়বজীক লৈ বেলেগ তদন্ত কমিটী এখন গঠন কৰিলে। কে, শান্তনমক এই কমিটীৰ চেক্ৰেটৰী পতা হ'ল। কিন্তু কেইদিনমানৰ পাছত মতিলাল নেহৰু আগন্তুক কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হোৱাত তেওঁৰ ঠাইত এম, আৰ, জয়াকাৰক লোৱা হ'ল।

পঞ্জাৱত কংগ্ৰেছ তদন্ত কমিটীৰ কাম আৰম্ভ হোৱাৰ কিছুদিনৰ পাছত গান্ধী-জীক ২৪ নবেম্বৰ তাৰিখে দিল্লীত বহা সদৌ ভাৰত 'খিলাফট কনফাৰেন্স'ৰ সভাপতিত্ব কৰিবলৈ আহবান কৰা হ'ল। নিমন্ত্ৰণী চিঠিত চহী কৰিছিল হাকিম আজমল খাঁ আৰু আচফ আলি চাহেবে। এই খিলাফট কনফাৰেন্সৰ লগত স্বামী শ্ৰদ্ধানন্দজীও ওতঃ-প্ৰোত ভাবে জড়িত আছিল। এই সভাৰ সভাপতিৰ আসনৰপৰা গান্ধীজীয়ে কৈছিল "প্ৰতিবাসীত্ব আৰু বন্ধুত্বৰ চিন হৈছে বিপদে আপদে পৰস্পৰে পৰস্পৰক সহায় কৰা। সেয়ে নহলে একেখন দেশত থকা হিন্দু, মুছলমান অথবা খৃষ্টানে ভাতৃভাৱে একত্ৰ হৈ থাকিব নোৱাৰে। খিলাফট কনফাৰেন্সে (প্ৰথম মহাসমৰৰ) আগন্তুক শান্তি উৎসৱত যোগ নিদিয়াটো স্থিৰ কৰিছে। কিয়নো শান্তি চৰ্তবিলাকৰ যি পূৰ্বাভাস পোৱা হৈছিল খিলাফট নিশ্চিহ্ন হোৱাৰ আভাস তাতে প্ৰকাশ পাইছিল। খিলাফট সমস্যা সমাধান নোহোৱাকৈ ভাৰতে শান্তি উৎসৱ পতাটো ভাবিব নোৱাৰা কথা"। লগতে গান্ধী-জীয়ে এইটোও কৈছিল যে সহযোগিতা নকৰা এটা গুৰুত্বপূৰ্ণ কথা। এনে কৰিলে মানুহে কষ্ট আৰু ত্যাগ স্বীকাৰ কৰিবলৈও প্ৰস্তুত হ'ব লাগিব। গান্ধীজীয়ে আকৌ কৈছিল··· ···"মই এইটোও জানো যে (এখন দেশৰ) নাগৰিকসকলে সহযোগিতা কৰিব নালাগে যেতিয়া এনে সহযোগিতাই নাগৰিকসকলক অধঃপতনলৈ টানি নিয়ে।" কিজানিবা পঞ্জাৱত কৰা অত্যাচাৰৰ এটা সুমীমাংসা হয়েই, এই বুলি গান্ধীজীয়ে ভাৰ-তৰ সকলো ধৰ্মৰ লোকক খিলাফট আন্দোলনত একান্তভাৱে যোগ দিবলৈ আহবান জনালে।

এই খিলাফট কনফাৰেন্সত অনেক মুছলমান শীৰ্ষস্থানীয় নেতা আৰু পণ্ডিত গোট খাইছিল। মৌলানা হজৰত মোহানিৰ বক্তৃতা শুনি থাকোঁতেই গান্ধীজীৰ মনত হেনো খেলাইছিল যে চৰকাৰৰ লগত যদি বহু বিষয়তে সহযোগিতা কৰাই ঠিক হয়, তেনেহলে অনুধাৱন নকৰিলে, (যিটো পন্থা অসম্ভৱ আৰু অবাঞ্ছনীয়) পাৰ্লামেণ্টৰ

অগত কাৰ্যকৰী হিছাপে কেনেকৈ বিৰোধ কৰা হ'ব ? গান্ধীজীয়ে নিজৰ মনতে উপযোগী আৰু খাপখোৱা শব্দ বিচাৰি নেপাই চিন্তা কৰি থাকোঁতেই তেখেতৰ সেই মুহূৰ্তৰ মনোভাৱত 'অসহযোগ' ( non-cooperation ) শব্দটোৰ উত্তৱ হ'ল। ১০ ডিচেম্বৰৰ সংখ্যা "ইয়ং ইণ্ডিয়া" কাকতত গান্ধীজীয়ে "স্বদেশীতে স্বৰাজ" শিৰোনামা দি এটা প্ৰবন্ধ লিখিছিল।

ভাৰতক প্ৰকৃততে সংস্কাৰ (Reform) কৰা আৱশ্যক। কিন্তু দেশখনৰ চৰকাৰ চলোৱা হ'ব সেইটো আমাৰ অতীব গুৰুত্বপূৰ্ণ আৰু তুৰন্তে সমাধান কৰিব লগীয়া সমস্যা নহয়। আমাৰ সমস্যা হৈছে আমি কি উপায়েৰে নিজক খুৱাই পিন্ধাই জীয়াই ৰাখিম। ১৯১৮ চনতে কাপোৰ কিনোতে ভাৰতৰপৰা ৬০ কোটি টকা বাহিৰলৈ ওলাই গৈছিল। এই অনুপাতে যদি আমি বিদেশী কাপোৰ কিনি থাকো তেনেহলে আমাৰ সূতাকটা আৰু তাঁত বোৱা মানুহবিলাকক এই পৰিমাণৰ টকাৰপৰা বঞ্চিত কৰিম। অথচ ইয়াৰ পৰিবৰ্তে তেওঁলোকক আমি অন্য উপাৰ্জনৰ পথ দিব নোৱাৰোঁ। এইবিলাক কাৰণতে আমাৰ জনগণৰ কম পক্ষেও দহভাগৰ এভাগে অশেষ কষ্টৰে এসাজ খাই এসাজ নেখাই যে জীৱন ধাৰণ কৰিব লাগে, আৰু অধিকাংশই যে আধাপেটীয়াকৈ থাকে তাত আচৰিত হ'বলগীয়া কথা একো নাই।

১৯২০ চনৰ কংগ্ৰেছ মহাসভা অমৃতসৰত হৈছিল আৰু সভাপতি আছিল মতিলাল নেহৰু। কংগ্ৰেছ মহাসভা বহাৰ আগে আগে মণ্টেগু চেমচ্ ফৰ্ডে শাসন সংস্কাৰৰ খচৰা ঘোষণা কৰিছিল আৰু প্ৰিন্স অব ৱেল্‌চ ভাৰতলৈ আহিব বুলিও একেলগে প্ৰচাৰ কৰা হৈছিল।

অমৃতসৰত কংগ্ৰেছ মহাসভা বহাৰ লগে লগে মুছলিম লীগ, খিলাফট আৰু জমিয়ত-উল-উলেমা সভাবিলাকো একে সময়তে অমৃতসৰতেই বহিছিল। হাকিম আজমল খাঁ মুছলিম লীগৰ সভাপতি আছিল। মুছলিম লীগে অমৃতসৰৰ হত্যাকাণ্ড, তুৰস্কক খণ্ড বিখণ্ড কৰা আৰু শাসন সংস্কাৰৰ বিষয়ে কংগ্ৰেছৰ মতকে গ্ৰহণ কৰিছিল।

ইতিমধ্যে শান্তিৰ (প্ৰথম মহাসমৰৰ) চৰ্তবিলাক প্ৰকাশ হৈছে। এই শান্তি চুক্তি মতে তুৰস্কৰ চুলতান অৰ্থাৎ মুছলমানসকলৰ খলিফাৰ ক্ষমতাখিনি খৰ্ব কৰা হৈছিল।

এহাতে ভাৰতৰ স্বাধীনতা আন্দোলনৰ এটা গুৰুত্বপূৰ্ণ অঙ্গ হিছাপে হিন্দু-মুছলমানসকলে খিলাফটৰ কাৰণে ঐক্যবদ্ধভাৱে অভিযান চলাইছিল, আৰু আনহাতে বিধিৰ বিড়ম্বনাত খিলাফটৰ মূল স্থান তুৰস্কই কামাল পাচাৰ নেতৃত্বত খিলাফটকে উচ্ছেদ কৰে।

১৯২০ চনৰ ১ আগষ্ট তাৰিখে গান্ধীজীয়ে সত্যাগ্ৰহ আন্দোলনৰ আৰম্ভ ঘোষণা কৰিলে। তাৰ আগতে ২৮ জুলাই তাৰিখে জাতিৰ উদ্দেশ্যে এটা বাণীত কৈছিল "আন্দোলন যদি মোৰ পৰামৰ্শমতে চলে, তেনেহলে ইয়াক বিফল কৰিবলৈ কাৰো সাধ্য নাই।"

১৯১৯ চনৰ ৬ এপ্ৰিল তাৰিখটো যেনেকৈ ভাৰতৰ মুক্তিৰ যুগমীয়া হৈ আছিল, ১৯২০ চনৰ ১ আগষ্ট তাৰিখটোও সেইদৰে ভাৰতৰ কাৰণে অবিস্মৰণীয় হৈ ৰ'ল।

গান্ধীজীয়ে দৃঢ়াই দৃঢ়াই কৈছিল যে আন্দোলন সম্পূৰ্ণভাৱে সত্য আৰু অহিংসাৰ পদ্ধতিৰে চলিব লাগিব। যদি সত্য আৰু অহিংসাৰপৰা একতিলো ইফাল সিফাল হয় তেতিয়া হলে উদ্দেশ্য সিদ্ধিত বাধা পৰিব। গান্ধীজীয়ে কৈছিল··· "মই চৰকাৰৰ উন্মত্ততালৈ ভয় নকৰোঁ, কিন্তু মই দল বান্ধি হিংসা পদ্ধতিত উন্মাদ হোৱা জনতালৈ ভয় কৰোঁ, যিটো অৱস্থা এটা জাতীয় মানসিক বিকাৰ···সেই কাৰণে ইয়াক দমাবলৈ বেছি কষ্টসাধ্য। কিন্তু চৰকাৰৰ কথা গোট একোটাতে আবদ্ধ থাকে। নিজকে শাসনাধিষ্ঠিত হৈ থাকিবলৈ অনুপযুক্ত কৰি তোলা চৰকাৰ এটা খেদাবলৈ সহজ। কথক উন্মাদ দল এটাৰ অচিনাকি মানুহবিলাকৰ নিজৰ পাগলামি বিকাৰ আৰোগ্য কৰা বেছি কষ্টসাধ্য।"

সেই যুগত অৰ্থাৎ ১৯১৯-২০ চনত লোকমান্য বাল গঙ্গাধৰ তিলকে ভাৰতৰ অগণন জনগণৰ হৃদয়ত প্ৰথম আৰু প্ৰধান স্থান অধিকাৰ কৰিছিল। উঠি অহা পুৰুষে যেনেকৈ তেখেতৰ কথা শিৰোধাৰ্য কৰি মানি লৈছিল, নেতাসকলেও নিৰ্বিবাদে তেওঁক নেতা বুলি মানি লৈছিল। মুছলিমসকলে এসময়ত তেওঁক তেওঁলোকৰ শত্ৰু বুলি ভাবিছিল, কিন্তু লক্ষ্ণৌ কনফাৰেন্সত মুছলিমসকলে তেখেতক সক্ৰিয় সহযোগিতা দিয়াৰ প্ৰতিশ্ৰুতি দিছিল আৰু তেওঁ খিলাফট আন্দোলনত নেতৃত্ব লৈছিল। ১৮৯৫ চনতে তিলকে "স্বৰাজ" ধ্বনি তুলিছিল আৰু সেই ধ্বনি প্ৰতিধ্বনিত হৈছিল ১৯০৬ চনৰ কংগ্ৰেছত। ১৮৯৬ চনত তিলকে খাজনা বন্ধৰ আন্দোলন আৰম্ভ কৰিছিল আৰু সেয়েই গান্ধীজীৰ অসহযোগ আন্দোলনৰ ভেটি আছিল। এতিয়া গান্ধীজীয়ে আৰম্ভ কৰিবলৈ লোৱা অসহযোগ আৰু খিলাফট আন্দোলনৰ তিলকেই লাইখুটা বুলি জনসাধাৰণে বিশ্বাস কৰিছিল।

**তিলকৰ মৃত্যু** ঃ ১৯২০ চনৰ ২৩ জুলাই তাৰিখে তিলকৰ ৬৪ তম জন্মদিন পৰিছিল। ভাৰতৰ চৌদিশৰপৰা অগণন লোকে তেখেতলৈ শুভেচ্ছা বাণী পঠিয়াইছিল। সেই সময়ত তেখেতে মেলেৰীয়া জ্বৰৰপৰা আৰোগ্য হৈছিল মাত্ৰ, কিন্তু তেখেতৰ স্বাস্থ্য বৰ দুৰ্বল হৈ পৰিছিল। ২৬ জুলাই তাৰিখে তেখেতৰ আকৌ জ্বৰ উঠিল। লগতে নিওমনীয়ায়ো দেখা দিলে। ১৯২০ চনৰ ১ আগষ্ট তাৰিখে ৰাজৰাতি ১২-৪০ মিনিটত সেই ৰোগতে তেখেতৰ দেহান্তৰ ঘটিল। তেখেতৰ মৃত্যুত গোটেই ভাৰতৰ ওপৰতে শোকৰ ছাঁ পৰিছিল। সমগ্ৰ ভাৰতৰ বাইজে চকুলো টুকিলে। তিলকৰ মৃত্যুত গান্ধীজীয়ে "ইয়ং ইণ্ডিয়া" কাকতত লিখিছিল—"মোৰ প্ৰধান শুবিয়ালজন হেৰুৱালোঁ।"

**ইয়ং ইণ্ডিয়া আৰু নৱজীৱন কাকতৰ ভূমিকা** ঃ ভাৰতৰ স্বাধীনতাৰ নিমিত্তে কৰা সংগ্ৰামৰ কালছোৱাত গান্ধীজীৰ 'ইয়ং ইণ্ডিয়া' আৰু 'নৱজীৱন' নামৰ বাতৰি কাকত দুখনেই মুক্তি যুজাৰুসকলৰ নিমিত্তে বেদ বা গীতাৰ ঠাই লৈছিল। সেই বাবে এই বাতৰি কাকত দুখনৰ বিষয়ে থোৰতে দুআষাৰ উল্লেখ কৰা প্ৰয়োজন।

গান্ধীজীৰ তত্ত্বাৱধানত ১৯১৯ চনৰ ৭ অক্টোবৰত 'নৱজীৱন' আৰু ৮ অক্টোবৰত 'ইয়ং ইণ্ডিয়া' প্ৰকাশ হৈছিল। এই দুখন সপ্তাহী কাকত দুঠাইৰপৰাই ওলোৱাত পৰিচালনা কৰিবলৈ গান্ধীজীৰ যথেষ্ট অসুবিধা হৈছিল। সেই বাবে গান্ধীজীয়ে "ইয়ং ইণ্ডিয়া' কাকতখন আহমদাবাদলৈ আনি লয়। কোনো বাধা বাধকতা নোপোৱাকৈ প্ৰকাশ

কৰাত সুচলৰ হেতু আহমদাবাদত গান্ধীজীয়ে এই কাকত দুখনৰ কাৰণে নিজা ছাপাখানাও স্থাপন কৰিলে। 'ইয়ং ইণ্ডিয়া'ৰ প্ৰথম সংখ্যাত গান্ধীজীয়ে এটা শিক্ষাপ্ৰদ ঘটনা প্ৰকাশ কৰি সভা-সমিতিবিলাকত যে ৰাইজক ভাৰতীয় ভাষাৰে আমাৰ কথা বুজোৱা কিমান দৰকাৰ তাক স্পষ্টকৈ দেখুৱাইছিল। অনাৰেবল মিঃ সিংহৰ ভাইচৰয় লেজিচলেটিভ কাউন্সিলত 'ইনদেম্ নীতি' বিলৰ বিষয়ে ভাষণ দিওঁতে কিছুমান শব্দৰ খেলি-মেলি লাগি কু-অৰ্থ হৈছিল। চাৰ জৰ্জ লাউন্দিছে তুৰন্তে তাৰ প্ৰতিবাদ কৰিলে। সভাপতি (ভাইচৰয়) মিঃ সিংহৰ ফলীয়া হৈ মাত দিলে যে তেওঁ সেইটো কথা কোৱাতহে ওলট পালট হৈছে। তেতিয়া মিঃ সিংহই খোলা অন্তৰে আৰু গাম্ভীৰ্যপূৰ্ণ ভাৱে এইদৰে কলে——"এই কাউন্সিলত বিদেশী ভাষাৰে আমি কবলগীয়া হোৱাটো আনৰ পক্ষে উপলব্ধি কৰাটো টান। আমাৰ ভুল হোৱাটো স্বাভাৱিক।"

"নৱজীৱন' আৰু 'ইয়ং ইণ্ডিয়া' প্ৰকাশনত আৰু এটা দিশলৈ মোৰ ন-কৈ মনোযোগ আকৃষ্ট হৈছিল। কিছু দিনৰ ভিতৰতে 'ইয়ং ইণ্ডিয়াৰ' গ্ৰাহক ১২ শলৈ 'নৱজীৱনৰ' গ্ৰাহক ১২,০০০ (বাৰ হাজাৰলৈ) বৃদ্ধি পালে। আমি ছপা কৰিব পৰাহেঁতেন ২০,০০০ (বিশ) হাজাৰৰো অধিক কাগজ বিক্ৰী হ'লহেঁতেন। ইয়াৰপৰাই প্ৰমাণিত হয় স্থানীয় ভাষাত বাতৰি-কাকতৰ ৰাইজে অনুভৱ কৰা এটা অভাৱ। পাঠক-পাঠিকাসকলৰ ভিতৰত যে কৃষক আৰু শ্ৰমিকো আছিল, এই কথা মই গৰ্বেৰেসৈতে অনুভৱ কৰো। তেওঁবিলাকেই ভাৰতবৰ্ষৰ প্ৰাণ স্বৰূপ। তেওঁবিলাকৰ দাৰিদ্ৰ্য হৈছে ভাৰতবৰ্ষৰ অভিশাপ (curse)। একমাত্ৰ তেওঁবিলাকৰ সমৃদ্ধিয়েই ভাৰতক এখন বাসোপযোগী দেশ কৰি তুলিব। ভাৰতবাসীৰ ভিতৰত তেওঁবিলাকৰ সংখ্যা প্ৰতি এশজনৰ ভিতৰত আশীজন। ইংৰাজী বাতৰি কাকতবোৰে এই ভাৰতীয় জনমহাসমুদ্ৰৰ মাত্ৰ দাঁতিটোহে চুব পাৰে।"

'ইয়ং ইণ্ডিয়া' আৰু 'নৱজীৱনত' কোনো বিজ্ঞাপন ছপা হোৱা নাছিল।

**মহাত্মা গান্ধীৰ অসম ভ্ৰমণঃ** ইতিপূৰ্বে উল্লেখ কৰা মতে গান্ধীজী অসমলৈ অহাৰ দিন স্থিৰ হওঁতে এখন আঁচনি তৈয়াৰ কৰিবলৈ গুৱাহাটীলৈকে অসমৰ বিভিন্ন ঠাইৰ কংগ্ৰেছ কৰ্মীসকলক নিমন্ত্ৰণ কৰি নিয়া হৈছিল। যোৰহাটৰপৰা আমি কেইবাজনো গৈছিলো।

গান্ধীজী ১৯২১ চনৰ ১৭ জানুৱাৰীৰ দিনা দাৰ্জিলিং মেইলত কলিকতাৰপৰা অসম অভিমুখে ৰাওনা হৈছিল। তেখেতৰ লগত আহিছিল মৌলানা মহম্মদ আলি, মীৰাবেন, যমুনালাল বাজাজ, কৃষ্ণ দাস আৰু এজন বঙালী ডেকা। ১৯২১ চনৰ ১৮ জানুৱাৰীৰ পুৱা অসমৰ সীমাত গান্ধীজীয়ে পদাৰ্পণ কৰাত নবীনচন্দ্ৰ বৰদলৈৰ নেতৃত্বত বহুলোকে গান্ধীজীক আগবঢ়াই আনিছিল। এই ৰেলখন যিবিলাক ষ্টেচনত ৰৈছিল, সেই সকলো ষ্টেচনতে বহুলোক ভালেমান পৰৰ আগৰপৰা গান্ধীজীৰ দৰ্শন পাবলৈ অপেক্ষা কৰি আছিল। নবীনচন্দ্ৰ বৰদলৈৰ অনুৰোধত গান্ধীজীয়ে ৰাইজৰ দৰ্শনৰ বাবে এই ষ্টেচনবিলাকত নামিছিল। কিছুমান ষ্টেশ্যনত জনতাৰ কোলাহল ইমান বেছি হৈছিল যে গান্ধীজীয়ে কথা নোকোৱাকৈয়ে আকৌ গাড়ীত উঠি পৰিছিল।

গান্ধীজীক মই প্ৰথমে ১৮ জানুৱাৰীৰ দিনা গুৱাহাটীত থকা ঠাই তৰুণৰাম ফুকনৰ হাউলিত লগ পাইছিলোঁ। ফুকনৰ ঘৰৰ মেৰপিটো (Compound) বৰ ডাঙৰ আছিল। তেওঁৰ ঘৰৰ সন্মুখত এখন আহল-বহল ধুনীয়া ঘাঁহনি (Lawn) য'ত প্ৰায় ৫০,০০০ (পঞ্চাশ হাজাৰ) মান মানুহ গোট খাব পাৰে। তাৰ উত্তৰলৈ আজি আৰু ফুকনৰ ঘৰৰ উত্তৰৰ পিনে ব্ৰহ্মপুত্ৰলৈ প্ৰায় ৪০০ (চাৰিশ) গজতকৈ বেছিদূৰ নহয়। সেই দৃশ্য বৰ মনোৰম।

গান্ধীজী অহাৰ দিনা আবেলি পৰত ফুকনৰ ঘৰৰ সন্মুখৰ ঘাঁহনিতে বাজহুৱা সভা পতা হৈছিল। প্ৰায় ৫০,০০০ হাজাৰ মান মানুহ সেই সভাত গোট খাইছিল। গান্ধীজীয়ে হিন্দীত বক্তৃতা দিছিল আৰু ফুকনে বৰ সুন্দৰকৈ এটা কথাও বাদ নপৰাকৈ অসমীয়াত তৰ্জমা কৰি দিছিল। অলপো হাই উৰুমি নকৰাকৈ অগণন জনতাই গান্ধীজীৰ ভাষণ নীৰৱে শুনি আছিল। শেষত গান্ধীজীয়ে কলে "আমাৰ দেশৰ ইমানবোৰ ঠাইলৈ মোক নিমন্ত্ৰণ কৰি মাতি অনাৰ আপোনালোকৰ কি বিশেষ উদ্দেশ্য আছে? মোৰ কথা শুনা আৰু নীৰৱে ঘৰলৈ উভতি যোৱাটোতেই আপোনালোক সন্তুষ্ট হ'বনে? পঞ্জাৱ আৰু খিলাফটৰ অত্যাচাৰৰ বাবে মোৰ অন্তৰত যি বেদনা হৈছে, সেই বেদনা গুচাবৰ বাবে আৰু ভাৰতৰ কাৰণে স্বৰাজ লাভ কৰাটো নহয়নে? আপোনালোকে যদি কেৱল মোৰ বক্তৃতা শুনিবলৈকে ইয়ালৈ আহিছে, তেনেহলে মই হাতযোৰ কৰি কওঁ যে মোক আমনি নকৰে যেন। এতিয়া মোক উভতি যাবলৈ দিয়ক।"

ফুকনে এই কথা কেইষাৰ অসমীয়াত ভাঙনি কৰি বুজাই দিয়াত সকলো এক মুহূৰ্তৰ কাৰণে নীৰৱ হৈ ৰ'ল আৰু তাৰ পাছতে সকলো ৰাইজে সমস্বৰে চিঞৰি উঠিল—"নহয় নহয়, সেইটো হ'ব নোৱাৰে। আমি আপোনাক আপুনি কোৱাৰ দৰে উভতি যাবলৈ দিব নোৱাৰো।" তাৰ পাছত মঞ্চৰ সন্মুখত থকা বিলাতী কাপোৰৰ ডাঙৰ দ'ম এটাত গান্ধীজীয়ে জুই লগাই দিলে। লগে লগে জনতায়ো নিজৰ গাৰ পৰা বিলাতী কাপোৰ খহাই অগ্নিকুণ্ডত জাপি দিবলৈ ধৰিলে। কিছুমানে গামোচাৰে গা ঢাকিহে ঘৰলৈ উভতি গৈছিল। গান্ধীজীৰ লগত অহা কৃষ্ণ দাস নামৰ এজন বঙালী ডেকাই 'মহাত্মাৰ লগত সাত মাহ' নামৰ কিতাপখনত লিখিছে———"এই ঐশ্বৰিক উৎসাহ উদ্দীপনাৰ ছবিখন আঁকি দেখুৱাবলৈ মোৰ কলম অসমৰ্থ।"

আগষ্ট মাহৰ ২০ তাৰিখে আবেলি ২ বজাত জাহাজেৰে তেজপুৰলৈ সদলবলে গান্ধীজী ৰাওনা হ'ল। ২১ তাৰিখে ৰাতিপুৱা গান্ধীজী তেজপুৰ পালেগৈ। ২২ আগষ্ট তাৰিখে ৰাতি ১০ মান বজাত গান্ধীজী সদলবলে জাহাজত উঠি নগাওঁমুৱা হৈ যাত্ৰা কৰিলে আৰু শিলঘাটৰপৰা ৰেলেৰে ২৩ তাৰিখে ৰাতিপুৱা নগাওঁ পালেগৈ। জাহাজ ঘাটৰপৰা মোৰ ষ্টেশ্যনলৈ প্ৰায় দুমাইল বাট ডোখৰত দীপালিকাৰ দৰে চাকি জলোৱা হৈছিল। ভাত মানুহে আগদিনাৰপৰা গান্ধীজীলৈ অপেক্ষা কৰি আছিল। নগাঁৱত কিন্তু গান্ধীজীয়ে ৰুতিহ চৰকাৰৰ নগ্ন মূৰ্তিৰ আভাস দেখা পাইছিল। ৰাজহুৱা সভা পাতিবলৈ দুজি ঠিখন ঠাইত মঞ্চ সজা হৈছিল, সেই ঠাইখন নিশাৰপৰা ডেপুটী কমিশ্যনাৰৰ হুকুম মতে ৰাজহুৱা ঠাই বুলি পুলিচে দখল কৰি আছিল। এনে অৱস্থা দেখি ৰাতিটোৰ ভিতৰতে নগৰৰ বাহিৰে আন এডোখৰ ঠাই ঠিক কৰি হাবি-বন

চাকা কৰি মঞ্চৰ সকলো ব্যৱস্থা কৰিব লগা হ'ল। স্বেচ্ছাসেৱক সকলৰ উদ্যম আৰু কাৰ্যক্ষমতা নিজ চকুৰে নেদেখিলে বুজিবই নোৱাৰি। ৰাতিৰ ভিতৰতে ঠাইডোখৰ মুকলি কৰি পৰিষ্কাৰ কৰাৰ পৰা মঞ্চ সজালৈকে সকলো কাম তেওঁলোকে নিজ হাতেৰে সম্পন্ন কৰিছিল।

নগাঁৱৰ সভাত মৌলনা মহম্মদ আলিয়েই প্ৰথমে বক্তৃতা দিছিল। তেওঁ তেজস্বী বচন ভঙ্গীৰে ভাৰতৰ দুৰ্ভাগ্যৰ কথা বৰ্ণনা কৰি কলে—"এই ব্যাধিৰ এটা মাত্ৰ প্ৰতিকাৰ আছে; সেইটো হৈছে স্বৰাজ নাইবা স্বাধীনতা। হিন্দু মুছলমানৰ একতা নহলে স্বৰাজ হব নোৱাৰে।".

নগাৱঁৰপৰা যোৰহাটলৈ ৰেলেৰে আহোঁতে গোটেই ৰাতিটো সকলো ৰেল ষ্টেশ্যনতে অগণন ৰাইজ গান্ধীজীৰ দৰ্শন পাবলৈ বৈ আছিল আৰু ৰেল গাড়ী যোৱা মানুহে হেচা ঠেলা কৰি তেখেতৰ দৰ্শন পাবলৈ ৰাইজে যত্ন কৰিছিল। ৰেল আহি পালত 'মহাত্মা গান্ধীকী জয়', 'ভাৰত মাতাকী জয়' ধ্বনিৰে আকাশ-পাতাল কঁপাই তুলিছিল।

পুৱা ৮ কি ৯ বজাত গান্ধীজী যোৰহাট পালেহি। জে, বৰুৱাৰ ঘৰত (বৰ্তমান জে, বি কলেজ) তেখেতক ৰখা হৈছিল। ফল-মূল আৰু ছাগলীৰ গাখীৰ—এয়েই আছিল গান্ধীজীৰ আহাৰ। তেখেতৰ দৰ্শন লাভৰ আশাত চাৰিউফালৰপৰা অগণন ৰাইজ আহি যোৰহাট ভৰি পৰিছিল। যোৰহাট কাছাৰী পথাৰত ৰাজহুৱা সভা পতা হৈছিল।

সম্মুখৰ কাছাৰী পথাৰত ৰাজহুৱা সভাৰ কাৰণে মণ্ডপ সজা হৈছিল। গোটেই ৰাতি ধাৰাসাৰে বৰষুণ হোৱাৰ বাবে ,সভাৰ ঠাইত যথেষ্ট পানী জমিছিল। দিনৰ এক বজাত সভাৰ সময় ধাৰ্য হৈছিল। সেইদিনা ৰ'দ বৰ চোকা আছিল। গান্ধীজীয়ে ভাষণ দিওঁতে তলে পানী আৰু ওপৰে অসহ্য ৰ'দ। তেনেকুৱা অৱস্থাতো প্ৰায় ২৫ হাজাৰ লোক নীৰৱ নিস্তব্ধ হৈ শান্তি আৰু শৃংখলাৰ সৈতে তেখেতৰ ভাষণ শুনি আছিল।

যোৰহাটতো সভা শেষ হোৱাৰ লগে লগে বিলাতী কাপোৰৰ দ'মত গান্ধীজীয়ে জুই দিলে। আমাৰ ঘৰবো ভিবোতা মানুহৰ ব্যৱহাৰত লগা মূল্যবান চেলেং, খনীয়া, বিহা-মেখেলা আৰু মুনিহৰ চোলা, চুৰিয়া আদি বহুতো কাপোৰ সেই জুইত দাহ কৰা হ'ল।

গান্ধীজীয়ে বৃটিছ চাহ খেতিয়কসকলৰ নিমন্ত্ৰণ ক্ৰমে চেনিমৰাৰ জীমখানা ক্লাবতো অসহযোগ আন্দোলনৰ বিষয়ে সকলো কথা খৰচি মাৰি বুজাই বক্তৃতা দিছিল। এইটো সেই সময়ত অভাৱনীয় আৰু অভূতপূৰ্ব কথা। তাৰ পাছত গান্ধীজীয়ে দলে দলে আকৌ ৰাতি যোৰহাট ৰেলেদি মৰিয়নি হৈ ডিব্ৰুগড়লৈ যাত্ৰা কৰিলে। যোৰহাট ৰেলত গৈ থাকোঁতে গান্ধীজী যিটো ডবাত গৈছিল সেই ডবাটোৰ কপলিং ( Coupling ) এৰাই মাজ বাটতে থাকি গৈছিল। কিছু দূৰ যোৱাৰ পাছতহে কথাটো ধৰা পৰিল। ইঞ্জিন আৰু কেইটামান ডবা পাছলৈ চলাই দি গান্ধীজী উঠা বগীখন (Bogie) লগ লগাই আকৌ ৰেলখন মৰিয়নিমুৱা হৈ আগবাঢ়িল। বাটত এই দুৰ্ঘটনা হোৱাৰ বাবে ৰেলখন মৰিয়নি পাওঁতে কিছু পলম হৈছিল। গাড়ীখনে গান্ধীজীৰ গাড়ী লোৱালৈ অপেক্ষা কৰি আছিল। মৰিয়নিত আসাম বেঙ্গল ৰেলত উঠি গান্ধীজী সদলবলে ডিব্ৰু-

গড়লৈ গৈছিল। গান্ধীজীৰ ভ্ৰমণসূচীৰ ভিতৰত শিৱসাগৰ অন্তৰ্ভুক্ত নোহোৱাত তাৰ বাইজে বৰ বেজাৰ পাইছিল। নামতি, নাজিৰা, শিমলুগুৰি, ৰেল ষ্টেশ্যনত বহুত মানুহ গান্ধীজীৰ দৰ্শন লাভৰ কাৰণে অপেক্ষা কৰি আছিল।

২৫ আগষ্টৰ দিনা দুপৰীয়া ১১ বজাত গান্ধীজী ডিব্ৰুগড় পালেগৈ। নবীনচন্দ্ৰ বৰদলৈদেৱে তাতে তেখেতক লগ ধৰি জিলাখনৰ বিষয়ে সকলো কথা তাত্তি-পাতি কলে। গান্ধীজীয়ে অসমৰ চাহ বাগিচা আৰু ইয়াৰ বনুৱা, আৰু অসমৰ সৰ্বসাধাৰণ ৰাইজৰ বিষয়ে বৰদলৈদেৱক বহুত কথাই সুধিছিল। গান্ধীজীয়ে ডিব্ৰুগড়ত চাহ বাগি-চাৰ বনুৱা সম্পৰ্কে সকলো তথ্যপাতি যত্ন সহকাৰে সংগ্ৰহ কৰিছিল। চান্দপুৰৰ ঘটনাৰ সময়ত গান্ধীজীৰ নাম লৈ বনুৱাসকল চাহ বাগিচাৰপৰা ওলাই গৈছিল। কিন্তু গান্ধী-জীয়ে সেই সময়ত তেওঁলোকৰ ওচৰলৈ আহিবলৈ সময় কৰিব নোৱাৰিলে।

সন্ধ্যা ডিব্ৰুগড়ত হোৱা ৰাজহুৱা সভাত প্ৰায় ১৫।২০ হাজাৰমান মানুহ গোট খাইছিল। তাৰ ভিতৰত চাহ বাগিচাৰ বহুত বনুৱাও আছিল। সভালৈ কিমান বনুৱা আহিছে বুলি সোধাত মাত্ৰ ৪।৫ জনমানেহে হাত দাঙিবলৈ সাহ কৰিছিল। এজন বনুৱাই গান্ধীজীক লগ ধৰি গোপনে তেওঁলোকৰ দুখ কষ্টৰ কথা জনাইছিল। ডিব্ৰু-গড়ৰ ৰাজহুৱা সভা সম্পৰ্কে কৃষ্ণদাসে তেওঁৰ টোকাত এনেদৰে লিখিছিল ——"ৰাজ-হুৱা সভাত মহাত্মাই তেওঁৰ কিছুমান গভীৰ চিন্তা আৰু বিশ্বাসৰ কথা প্ৰকাশ কৰিছিল। ভাৰতৰ কাৰণে কেনে ধৰণৰ স্বৰাজ পাবলৈ তেওঁ আকাংক্ষা কৰিছে, স্বৰাজ পাবলৈ সৰ্বান্তঃকৰণেৰে স্বদেশী ব্ৰত পালন, ধৰ্মৰ নিয়মৰ দৰে কিদৰে এই কামত নিয়ম-নিষ্ঠাৰ প্ৰয়োজন ইত্যাদি সকলো কথা তেওঁ বুজাই কৈছিল। ইংৰাজৰ হাতৰপৰা ভাৰতীয়সকলৰ হাতলৈ কেৱল ক্ষমতা হস্তান্তৰে এবিধৰ স্বৰাজ নিশ্চয় হ'ব। গান্ধীজীয়ে যুক্তি দি কলে—"স্বৰাজে দুখীয়াৰ মনলৈ শান্তি আনিছে নে, তেওঁলোকক সুখ আৰু শান্তিৰে থাকিবলৈ দিয়া হৈছেনে—এনেবিধৰ উত্তৰতেই স্বৰাজৰ যথাৰ্থতা প্ৰকাশ পাব। এনেবিলাক প্ৰশ্নৰ যদি নিশ্চয়াত্মক উত্তৰ দিব পৰা নহয়, তেন্তে স্বৰাজৰ পৰা একো লাভ নহ'ব।"

অসমৰ আন ঠাইত গান্ধীজীৰ কাৰণে আয়োজিত হোৱা সভাত পুৰিবলৈ যিদৰে বিদেশী কাপোৰৰ দ'ম কৰি থোৱা হৈছিল ডিব্ৰুগড়ৰ সভাত তেনেদৰে বিলাতী কাপোৰৰ দ'ম কৰি থোৱা নাছিল। অসমত থকা শেষৰ দিনটোত এনে এটা পবিত্ৰ যজ্ঞ কৰিবলৈ নোপোৱাত গান্ধীজীয়ে দুখ পাইছিল। ২৬ আগষ্টৰ দিনাখন গান্ধীজীয়ে ডিব্ৰুগড় এৰাৰ কথা। সেইদিনাখন তাত "প্লেণ্টাৰ্চ ক্লাবত" ( Planters Club) এখন সভা পতাৰ ব্যৱস্থা হৈছিল। সেই সভালৈ চাহাব দেখিলে ভয়ত পলাই পলাই দিয়া চাহ বনুৱাসকল আহি হেঁচা মাৰি ধৰাত সভাৰ কাৰ্যত যথেষ্ট ব্যাঘাত জন্মিছিল। চাহ খেতিয়কসকলৰ লগত গান্ধীজীৰ কিবিলাক আলাপ-আলোচনা হৈছিল সেইবিলাক গোপনীয় হৈ থাকিব লাগে বুলিয়েই তেওঁবিলাকে বাঞ্ছা কৰিছিল।

অসমলৈ গান্ধীজীৰ আগমনৰ সন্দৰ্ভত দিয়া প্ৰবন্ধাৱলী আৰু চিঠি প্ৰকাশৰ যথোপযুক্ত স্থান ই নহয়। কিন্তু গান্ধীজীৰ প্ৰথম ভ্ৰমণত তেখেতে অসমৰ বিষয়ে লিখা প্ৰবন্ধাৱলী আৰু চিঠি-পত্ৰাদি সহজলভ্য হ'বৰ কাৰণে "Collected Works of Mahatma Gandhi"ৰ পৰা জনু উদ্ধৃতি দিয়া হ'ল।

(১) অসমৰ অভিজ্ঞতা ; ঠাইখন আৰু তাৰ মানুহ ঃ মই অসমৰ নামটোহে কেৱল শুনিবলৈ পাইছিলোঁ। ইংলণ্ডত মই পঢ়ি থাকোঁতে মণিপুৰৰ আক্ৰমণৰ কাহিনী পঢ়িবলৈ পাইছিলোঁ। তেতিয়াৰপৰা মোৰ এনে এটা ভাব হৈছিল যে অসমৰ মানুহ অসভ্য আৰু পিছপৰা। এই বাবে মই 'হিন্দস্বৰাজ'খন লিখোঁতে অসমৰ মানুহক অসভ্য বুলি লিখিলোঁ। এই কথাত অসমৰ মানুহে দুখ পালে। কৰ্মচাৰীসকলে কিন্তু এই মন্তব্যটোৰ ভালকৈয়ে সুবিধা ললে। যিজন অসৎ মানুহে তেওঁলোকক অসভ্য বুলি ভাবিছিল তেওঁলৈ অস-মীয়াই মৰম অনুভৱ কৰিব পাৰিবনে ? কিন্তু আজিকালি মানুহে অন্তঃকৰণলৈ চাবলৈ শিকিছে। যিজন মানুহ প্ৰকৃততে অসৎ তেওঁক খং কৰাটো সম্ভৱনে ? তথাপিও মই ৰাজহুৱা সভাত ক্ষমা বিচাৰিবলৈ প্ৰথম সুযোগ পালোঁ। মই যেতিয়া নিজৰ ভুলৰ কথা কলোঁ মানুহে হিয়া খুলি হাঁহিলে। মই ক্ষমাখোজাটো তেওঁলোকে বিচৰা নাছিল।

"কোনে অসমৰ মানুহক অসভ্য বুলিব পাৰে ? কোনোবাই এইদৰে কলে মোৰ দৰেই নিজে অসভ্য হ'ব। যাৰ মহিলাসকলে নিজে ধুনীয়া কাপোৰ ব'ব পাৰে আৰু যাৰ মহিলাসকলে নিজে যি বৈছে তাকেই পিন্ধে, তেওঁলোকক কোনে অসভ্য বুলিব পাৰে ?

"গুজৰাট যিদৰে ভাৰতৰ পশ্চিম আৰু বিন্ধ্য পৰ্বতৰ দক্ষিণত, অসম সেইদৰে সম্পূৰ্ণ পূব প্ৰান্তত আৰু উত্তৰত। এইখন ঠাই উত্তৰ পূৰ্ব প্ৰান্তত অৱস্থিত। ইয়াৰ পৰা ব্ৰহ্মপুত্ৰৰ পাৰেদি খোজকাঢ়ি গলে তিব্বতলৈ যাব পাৰি আৰু পৰ্বতবিলাকৰ মাজেদি দক্ষিণলৈ খোজ ল'লে ব্ৰহ্মদেশলৈ যাব পাৰি। অসমত তুমি যেনিয়েই চকু দিয়া, তেনিয়েই সেউজীয়া দেখিবলৈ পাবা। অসমৰ এখন পৰ্বতীয়া ঠাই চেৰাপুঞ্জীত ভাৰতৰ সকলোতকৈ বেছি বৰষুণ হয়। বছেৰেকত গড়ে ৩৬৮ ইঞ্চি। প্ৰকৃততে ১৮৬১ চনত ৮০৫ ইঞ্চি বৰষুণ হৈছিল আৰু ইয়াৰ ৩৬৬ ইঞ্চি কেৱল জুলাই মাহতেই হৈছিল। অসমৰ কোনো ঠাইতে বৰষুণৰ মাত্ৰা ৬০ ইঞ্চিতকৈ কম নহয়। সেইবাবে এক্ষালে বৰষুণ আৰু আন ফালে ব্ৰহ্মপুত্ৰ নৈৰ সৈতে সেউজীয়া সৌন্দৰ্যৰ বাহিৰে আন কি আশা কৰিব পাৰি ? ইয়াৰ উপৰি কেৱল পৰ্ব্বত, নৈখনৰ দুয়ো কাষে পৰ্বত। সেই বাবে যেনিয়েই চকু ফুৰোৱা তেনিয়েই সবাতকৈ শ্ৰেষ্ঠ সৌন্দৰ্য চকুত পৰিব। যি নগৰত আমাক ৰখা হৈছে সেইখন নৈৰ দাঁতিত। সমুখেদি নৈ শান্ত ভাবে বৈ গৈছে। মই ইচ্ছা কৰিয়েই 'শান্তভাবে' বুলি শব্দটো ব্যৱহাৰ কৰিছো। পানী দ হোৱাৰ কাৰণে ওপৰত চাঞ্চল্য দেখিবলৈ পোৱা নাযায়। ব্ৰহ্মপুত্ৰখন ইমান গভীৰ যে ডাঙৰ ডাঙৰ জাহাজ গোটেই বছৰটো তাত চলাচল কৰিব পাৰে। আমি এনে বিধৰ গাম্ভীৰ্য পাব পাৰিলে আৰু এনে শান্তি উপভোগ কৰিব পাৰিলে অলপ দিনৰ ভিতৰতে স্বৰাজ পাব পাৰো। 'অলপ পানীৰ মৈত হোৱা পানীৰ গৰ্জন আমাক নালাগে, আমাক লাগে গভীৰ পানীৰ শান্তি আৰু নিস্তব্ধতা আৰু ইয়াত যি শক্তি প্ৰকাশিত হয়, সেই শক্তি।

ইয়াত বহু বিধৰ গছ আৰু ফল হয়। কল, মাটি কঠাল, সুমথিৰা, আতাফল আদি ইয়াত পৰ্যাপ্ত পৰিমাণে হয়। চাউল জাতীয় শস্যৰ ভিতৰত ধানেই প্ৰধান।

"ইয়াৰ মানুহ সৰল আৰু বিশ্বাসী। হিন্দু আৰু মুছলমান দুয়ো-আনজীয়া কম। অসমীয়া আৰু বঙালী ভাষা বাই-ভনীৰ দৰে বুলি কোৱা হয়। আখৰ বঙালীৰ দৰে।

মই যিমানেই ভাৰতত ফুৰিছোঁ সিমানেই মই দেখিছোঁ যে সকলো ভাৰতীয় ভাষা যদি একেটা দেৱনাগৰী আখৰত লিখা হ'লহেঁতেন, তেন্তে ই আমি যে সকলো একেটা জাতিৰ সেই ভাবটো প্ৰকট কৰিলেহেঁতেন। উৰ্দু আৰু দেৱনাগৰী কেৱল এই দুটা আখৰেই চলিব লাগে। অসমীয়া, বঙালী, পঞ্জাবী, সিন্ধী আৰু আনভাষা দেৱনাগৰীত লিখিলে বুজিবলৈ অসুবিধা কম হ'ব—তাত অলপো সন্দেহ নাই। এইটো কৰিব পাৰিলে এইবিলাক ভাষাৰ শিক্ষাৰ্থীসকলে শিক্ষাৰ সময় কমাব পাৰিব আৰু ভাষা শিকিবলৈ সহজ পাব।

"কিন্তু এই কথাষাৰ প্ৰসংগক্ৰমেহে লিখিছোঁ। অসমৰ মানুহ বহু পৰিমাণে আনন্দত আছে বুলি কব পাৰি। তেওঁলোকে মাটি বেছিকৈ চহাব নেলাগে। বানপানীয়ে মাটি সাৰুৱা কৰে। অলপ পৰিশ্ৰম কৰি মানুহে জীৱিকা উলিয়াব পাৰে। বৃটিছ শাসন প্ৰৱৰ্তিত হোৱাৰপৰা সভ্য বোলাবলৈ 'সংস্কাৰ' অসমত কমেই সোমাইছে। সেই বাবে মানুহে ধন ভগন হ'বলৈ নিদি নিজৰ সমৃদ্ধি ৰক্ষা কৰিব পাৰিছে। বনুৱা হৈ অসমীয়াই কাম নকৰে। চাহ বাগিচাবিলাকলৈ বনুৱা যুক্ত প্ৰদেশ আদিৰ পৰা অনা হৈছে। সেই বাবে তেওঁলোকৰ ওপৰত কৰা নিৰ্যাতনৰ মামান কাহিনী আমি শুনিবলৈ পাওঁ। ইয়াত চাঁদপুৰত হোৱাৰ দৰে ঘটনাসমূহ সম্ভৱ হৈছিল।

"পঞ্চাশ বছৰৰ আগতে এনে অৱস্থা আছিল যে মানুহক লগা সকলো বস্ত্ৰ অসমত উৎপন্ন হৈছিল। পাঠকে শুনি ভাল পাব যে আজিলৈকে অসমৰ প্ৰত্যেক পৰাকী তিৰোতাই কাপোৰ তেওঁ নিজে বৈ লয়। সাধাৰণ গৃহস্থৰ দৰে ধনী গৃহস্থৰ ঘৰৰ তিৰোতাও বোৱনী। জীৱিকাৰ বাবে তেওঁলোকে কাপোৰ নবয়, ঘৰত আজৰি সময়ত কাপোৰ বয়। ছোৱালীয়ে কাপোৰ ব'ব নেজানিলে বিয়াৰ বাবে দৰা পোৱা টান। মই থকা ঘৰৰ গিৰীহঁত ডাঙৰ জমিদাৰ, যথেষ্ট ধনো আছে। তেওঁৰ ৭০ বছৰীয়া, মাক, ভনীয়েক আৰু স্ত্ৰী সকলোৱেই কাপোৰ বব জানে। তেওঁৰ ১০।১২ বছৰীয়া ছোৱালীজনীয়েও কাপোৰ বয়।

"অসমত ভালেমান ৰেছম উৎপন্ন হয়। তিৰোতাবিলাকে ৰেছম আৰু কপাহী সূতাৰ কাপোৰ বয়। তেওঁলোকে কাপোৰত বৰ ধুনীয়া ফুলো বাছিব পাৰে। পঞ্চাশ বছৰৰ আগতে প্ৰতিজনী তিৰোতাই সূতাও কাটিছিল আৰু কাপোৰো বৈ লৈছিল। কিন্তু ইংৰাজৰ শাসন প্ৰবৰ্তন হোৱাৰ পাছৰেপৰা বিদেশী সূতা আহিল আৰু এয়ে সম্পূৰ্ণকৈ ধ্বংস সূচনা কৰিলে। বিদেশী সূতাৰ আকৰ্ষণত তিৰোতাসকলে সূতা কাটিবলৈ এৰি পেলালে। সৌভাগ্যক্ৰমে কাপোৰ ব'ব নাজানিলে বিয়া নোহোৱাৰ আচাৰেই তাঁত বোৱাৰ অভ্যাস ৰক্ষা কৰিলে। এনেকুৱা কামত অভ্যস্ত তিৰোতাসকলৰ বাবে সূতা কটা সহজ। তেওঁলোকৰ মাজত এতিয়া জাগৰণ হৈছে, তেওঁলোকে পুনৰ সূতা কাটিবলৈ লৈছে। বিদেশী সূতা অসমত সোমোৱাৰ সময়ত এগৰাকী ইংৰাজ সমালোচকে মন্তব্য কৰিছিল যে —এই তিৰোতাসকলে সূতাকটাত খৰছ কৰা সময় আন কামত লগাব পৰা নাই, সেই বাবে তেওঁলোকৰ একো লাভ হোৱা নাই।

"এতিয়াও অসমত চল্লিশ হাজাৰ একৰ মাটিত কপাহৰ খেতি হয়। এই কপাহ-খিনি নিশ্চয় উৎকৃষ্ট বিধৰ হ'ব। কাৰণ মোক যি পাজী দেখুওৱা হৈছিল তাক

অদ্ভুত দেখাৰ দৰে লাগিছিল। বৰ চাক চিকুণ, কোমল আৰু তাবৰ জোখৰ নথকা মোক এখন কাপোৰ দিয়া হৈছে। সেইখনে অন্তুৰ মিহি কাপোৰৰ লগত ফেৰ মাৰিব পাৰে।

"অসমত অসমীয়া ভাষা ভাষীৰ সংখ্যা ৩৭ লাখ। ইয়াৰ ভিতৰত মহিলাৰ সংখ্যা ১০ লাখতকৈ কম নহব। তেওঁলোকে যদি সূতা কাটে, কাপোৰ বয়, তেন্তে অসমে কেৱল নিজৰ অভাৱ পূৰণ কৰাৰ উপৰিও সমগ্ৰ ভাৰতক বহুতো খাদী কাপোৰ যোগান পাৰিব।

"দেখা গৈছে যে অসমৰ কংগ্ৰেছ কৰ্মীসকল কাৰ্য দক্ষ। মই যি ঘৰত আলহী থাকিবলগীয়া হৈছে, তেওঁলোক এই প্ৰদেশৰ সেনাপতিৰ পৰিয়ালৰ। তেওঁ বহুত দিনীয়া ব্যাৰিষ্টাৰো, এগৰাকী জমিদাৰো। আগতে তেওঁ 'লেজিছলেটিভ এচেম্বলীৰ' সদস্যও আছিল। তেওঁ বহুতো ৰাজহুৱা কাম কৰিছে। তেওঁ আজি অসহযোগী হৈছে। শ্ৰীবৰদলৈ (কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ) চেক্ৰেটাৰী। তেৰোঁ বহুত দিনীয়া ব্যাৰিষ্টাৰ আৰু শক্তিশালী লোক। তেওঁ সম্পূৰ্ণ অসহযোগত লাগিছে। অসমীয়া উকিলৰ সংখ্যা মাত্ৰ ৭৫ আৰু তাৰে ১৫ জনে ওকালতি এৰি দি অসহযোগৰ কামত লাগিছে। প্ৰায় ৫০০ জন সেৱকে তেওঁলোকৰ কাম কৰিছে। এওঁলোকৰ সৰহ ভাগেই কলেজ এৰি অহা ছাত্ৰ।

"অসমৰ মানুহৰ মাজত কানিৰ বৰ প্ৰচলন আছিল আৰু তেওঁলোকৰ কানিতেই লাখ লাখ টকা খৰচ হৈছিল। কৰ্মীসকলৰ পৰা জানিবলৈ পাইছোঁ যে অসহযোগ আন্দোলনৰ পিছৰেপৰা অসমৰ মানুহৰ কানি খোৱাৰ অভ্যাস বহুতো কমিছে। কানিৰ পৰা চৰকাৰৰ আয় গড়ে ২৫ ভাগ কমিছে বুলি কোৱা হৈছে। অসমত বিদেশী চিগাৰেট হোপা লোকৰ সংখ্যাও বৰ বেছি আছিল, কিন্তু এতিয়া তেনে লোক দেখা পাবলৈ টান। যি সকলে এতিয়াও ধোঁৱা খায়, তেওঁলোকে দেশত হোৱা বিড়ি খায়, কিন্তু বহুতেই ধোঁৱা খোৱা এৰি পেলাইছে। মই শুনিবলৈ পাইছোঁ যে অসহযোগৰ বাবে বহুতেই নিজকে শুধৰাবলৈ যত্ন কৰিছে।

"তিনিখন বেলেগ বেলেগ মহিলা সভা পতা হৈছিল। এখন মাৰোৱাৰী ভনীসকলৰ বাবে, এখন অসমীয়া আৰু তৃতীয়খন বঙালী মহিলাসকলৰ বাবে। এইবিলাকৰ ভিতৰত অসমীয়া আৰু বঙালী তিৰোতাসকলে তেওঁলোকে মূল্যবান বিদেশী সাজপাৰৰ পৰিবৰ্তে পোছাক পৰিচ্ছদৰ আড়ম্বৰ নোহোৱাকৈ আহিছিল। তেওঁলোকৰ বহুতেই খাদী শাৰী নথকাত লাজ পাইছিল। মাৰোৱাৰী তিৰোতাসকলে সম্পূৰ্ণ বিদেশী কাপোৰ পিন্ধি আহিছিল। কিন্তু যমুনালালজীয়ে মোক জনাইছে যে তেওঁলোকেও এতিয়া খাদী শাৰী বিচাৰিছে। বেগম মহম্মদ আলি এইখন সভাত উপস্থিত আছিল। তেওঁক খাদী শাৰী পিন্ধা দেখি সকলোৱে ভাল পাইছিল। তেওঁ এগৰাকী ভাল বক্তা আছিল। তেওঁ বোৰ্খা পিন্ধিও বক্তৃতা দিছিল।

"এই টোকাটো মই গুৱাহাটীৰপৰা লিখিছোঁ। এইখন অসমৰ প্ৰধান নগৰ। কলিকতাৰ পৰা ৯১ ঘন্টাৰ বাট। এখন বৰ ডাঙৰ সভা ইয়াত হ'ল। এইখন সভাত বিদেশী কাপোৰৰ বৰ ডাঙৰ দ'ম এটা পোৰা হ'ল। এই দমটোত বহুতো

মিহি ধুতি, মিহি শাৰী, টুপী আৰু বহুতো 'লেচ' আছিল। এই পবিত্ৰ যজ্ঞত আহুতি দিয়াৰ দায়িত্ব অন্যান্যে মোৰ ওপৰত আছিল। মিহি কাপোৰৰ চোলা আৰু বিজাতী কাপোৰৰ আন সাজ পোছাক শই শই জুইৰ ওপৰলৈ উঠি পুনৰ জুইত পৰিল। এই অঞ্চলত মূৰত টুপী লোৱাৰ প্ৰচলন বৰকৈ নথকাত টুপীৰ সংখ্যা কম আছিল। ইয়াতো খাদীৰ ব্যৱহাৰ হ'ব ধৰিছে। সেইবাবে যিসকলে মূৰত টুপী পিন্ধে তেওঁলোকে খাদী টুপী পিন্ধিবলৈ ধৰিছে।

**মাৰোৱাৰী সমাজ:** অসমত বহু সংখ্যক মাৰোৱাৰী লোক আছে। বাহিৰৰ পৰা বস্তু অনা আৰু বাহিৰলৈ বস্তু পঠোৱাৰ বেহা-বেপাৰ তেওঁলোকৰ হাতত। মই আগতে কোৱা মতে অসমৰ মাটিৰপৰা শস্য ভাল মতে পোৱা যাবে অসমৰ মানুহে চাকৰি নাইবা বেহা-বেপাৰলৈ বৰ কমেই যায়। ইয়াৰ ফল এয়ে হৈছে যে বেহা-বেপাৰ মাৰোৱাৰীসকলৰ দখলত আৰু চৰকাৰী কাম বঙালীসকলৰ আয়ুত্তীয়া। মাৰোৱাৰীসকলৰ সৰহ ভাগেই বিদেশী সূতা আৰু বিদেশী কাপোৰৰ বেপাৰ কৰে। তেওঁলোকৰ সৰহভাগে অৰ্থাৎ শতকৰা ৬৫ জন ব্যৱসায়ীয়ে এতিয়াৰপৰা আৰু বিদেশী সূতা নাইবা বিদেশী কাপোৰ আমদানি নকৰে বুলি প্ৰতিশ্ৰুতি দিছে।

অসমত বুজন সংখ্যক মুছলমান লোক আছে। কিন্তু তেওঁলোকে ৰাজহুৱা কামত বৰ কম ভাগ লয়। আনকি খিলাফট সম্পৰ্কেও তেওঁলোকৰ এটা স্পষ্ট ধাৰণা নাই। এতিয়া দেখা গৈছে যে তেওঁলোকৰ মাজতো এটা জাগৰণ আহিছে। কোনোবাই ক'ব পাৰে যে হিন্দু নেতাসকলৰ যত্নত তেওঁলোকৰ জাগৰণ আহিছে। ইয়াৰ ফলত হিন্দু আৰু মুছলমানৰ মাজত বিৰোধ কোনেও দেখা নাপায়। মৌলনা মহম্মদ আলি আৰু মৌলনা আজাদ ছোভানীৰ উপস্থিতিয়ে এই জাগৰণ আৰু বঢ়াইছে আৰু মুছলমানসকলৰ মাজত সাহৰ ভাব আহিছে।

**আনৰ খৰছত আনন্দ উপভোগ:** মই আগতে কৈছোঁ যে গুৱাহাটী অসমৰ প্ৰধান নগৰ, কিন্তু এইখন ৰাজধানী নহয়। ৰাজধানী হ'ল ছিলং। মটৰগাড়ীৰে গলে গুৱাহাটীৰ পৰা ছিলং পাওঁতে প্ৰায় ৫ ঘণ্টা লাগে। এইখন ঠাই সাগৰৰ জলপৃষ্ঠৰপৰা ৪০০০ হাজাৰ ফুট ওপৰত। মই তালৈ যাব পৰা নাই, কিন্তু শুনিবলৈ পাইছোঁ যে এইখন ঠাই ইউৰোপীয় লোকসকলৰ কেন্দ্ৰ। ছিমলাত গোটেই বছৰটো থাকিব পৰা হলে সেইখন ঠাই অহকালিৰ ৰাজধানী নহৈ ভাৰতৰ স্থায়ী ৰাজধানী হ'লহেঁতেন। দাৰ্জিলিঙতো গোটেই বছৰটো থাকিব পৰা হলে সেইখন ঠায়ো বঙ্গদেশৰ স্থায়ী ৰাজধানী হ'লহেঁতেন। বোম্বাই প্ৰেচিডেন্সীৰ তিনিখন ঠাইত ৰাজধানী নাইনে? কিছুদিনলৈ বোম্বাইত, কিছুদিনলৈ গণেশখীন্দত আৰু গৰমৰ দিনত মহাবালেশ্বৰত। কিন্তু ছিলঙৰ জলবায়ু এনেকুৱা যে ইউৰোপীয়সকলে গোটেই বছৰটো থাকিব পাৰে। সেই বাবে ছিলঙত অসমৰ স্থায়ী ৰাজধানী পাতিছে। পঞ্জাবত ধন কৰি থকা বনুৱাৰ দুখৰ চিত্ৰৰ ইমান ওখ ঠাইলৈ যাব পাৰেনে? সকলো কথাতে জোৰ যাব মূলুক তাৰ। চাহ খেতি-ৰক ছিলঙত থাকিব পাৰে আৰু য'তেই প্ৰয়োজন তালৈকে যাব পাৰে। তেওঁৰ খালি-চাম বনুৱাৰ তালৈ যাবলৈ সাহ আছেনে? আনকি দুখীয়া মানুহৰ আজি এখনো ছিলং যাব বাবে মোটৰৰ-মোটৰৰ হে জাতি যাব।

ব্ৰহ্মপুত্ৰ আৰু গবৰ্ণমেণ্ট কি বিপৰীত ঃ ব্ৰহ্মপুত্ৰ এনে এখন নৈ যে ই তিৰোতাৰ পৰা মুনিহলৈ ৰূপান্তৰিত হৈছে। যদিও হিমালয়ৰ মূধত জন্মলে ব্ৰহ্মপুত্ৰই শান্তি দিবলৈ নামি আহিছে আৰু ইয়াৰ বুকুত হাজাৰ হাজাৰ মানুহে তেওঁলোকৰ বয়-বস্তু এঠাইৰ পৰা আনঠাইলৈ কঢ়িয়াই আনিছে, তথাপি ইয়াৰ বিনয় নম্ৰতাৰ সীমা নাই। সেই বাবে অসমৰ সকলোৱে ব্ৰহ্মপুত্ৰলৈ পূজা আগবঢ়ায় আৰু আনকি মঞো দেশৰ সুদূৰ পশ্চিম মূৰৰ পৰা আহি মূৰ দোৱালোঁ। আমাৰ গবৰ্ণমেণ্টে (বোম্বাইৰ) এপোলো বন্দৰত নামি অসংখ্য বনুৰা, ভাপ, বিজুলী আদিৰ সহায় লৈ চিমলা নাইবা খিলঙৰ ওখ টিঙত উঠি লৈ ৰাইজলৈ তাৰপৰা গেঙেৰি মাৰে। “আমাক ৰক্ষা কৰা, আমাক ৰক্ষা কৰা” বুলি মানুহে ভয়ত চিঞৰিলে আচৰিত হবৰ কি কাৰণ? কিন্তু ব্ৰহ্মপুত্ৰই শান্তি দিয়ে। যি গবৰ্ণমেণ্টৰ প্ৰধান ঠাই হৈছে খিলঙৰ ওখ টিঙ আৰু যি স্থলত ভৈয়ামৰ লোকসকল ব'দত শুকাই আছে, সেই গবৰ্ণমেণ্টৰ লগত সহযোগ কৰিবলৈ এৰিছে। ব্ৰহ্মপুত্ৰই যদি উগ্ৰমূৰ্তি ধৰি পথাৰ আৰু গাওঁবিলাক বানপানীৰে বুৰাই পেলায়, মানুহে দৌৰি পলোৱাৰ বাহিৰে আৰু কি কৰিব পাৰে? অসহযোগেই যে একমাত্ৰ সোণালী বাট অসমীয়াই তাক এতিয়া হৃদয়েৰে উপলব্ধি কৰিছে।”

(২) **অসমৰ অভিজ্ঞতা** [তলৰ প্ৰবন্ধটো মহাত্মাই গুৱাহাটীৰপৰা তেজপুৰলৈ জাহাজত যাওঁতে লিখিছিল আৰু ১-৯-২১ তাৰিখৰ গুজৰাটী ‘নৱজীৱন’ পত্ৰিকাত প্ৰকাশ হৈছিল। ]

**ব্ৰহ্মপুত্ৰৰ বুকুত** ঃ জাহাজখন নৈয়েদি গৈ আছে। বহুদিনৰ পৰা তৃতীয় শ্ৰেণীত মই ফুৰাচকাৰ অন্ত পৰিছে। আমি সকলো এতিয়া প্ৰথম শ্ৰেণীৰ মুকলি খণ্ডত (ডেকত) এই মুহূৰ্তত বহি আছো। মই যেতিয়া ৰেল জাহাজত ফুৰাৰ কথা মনত পেলাওঁ, তেতিয়া প্ৰথম শ্ৰেণী নাইবা দ্বিতীয় শ্ৰেণীত ফুৰিবলৈ লাজ পাওঁ। কিন্তু এনে এটা শ্ৰমসাধ্য ভ্ৰমণত যেতিয়া মই এঠাইত থিৰেৰে বহি থাকিব নোৱাৰি কেৱল গতি-শীল অৱস্থাত থাকিবলগীয়া হৈছে, তেতিয়া তৃতীয় শ্ৰেণীত ফুৰা শ্ৰম মোৰ স্বাস্থ্যই সহ্য কৰিব নোৱাৰিব, ইয়াকো মই জানো। আমাৰ শৰীৰ তৃতীয় শ্ৰেণীত ফুৰাচকা কৰিবৰ জোখাই মজবুত হব লাগিব আৰু এই উদ্দেশ্যে আমি যথেষ্ট শিক্ষা লব লাগিব বুলি মই বিশ্বাস কৰো। যেতিয়ালৈকে আমি তৃতীয় শ্ৰেণীৰ অৱস্থা উন্নত নহয় আৰু ইয়াৰ দুখ কষ্ট নুগুচে, শ শ ৰাইজৰ সেৱকে যদি প্ৰথম নাইবা দ্বিতীয় শ্ৰেণীত ফুৰিবলৈ লয়, তেন্তে ৰাজহুৱা ধন সোনকালে খৰছ হৈ শেষ হৈ যাব আৰু স্বৰাজৰ নাওখন আগবাঢ়িব নোৱাৰিব। ৰাজহুৱা ধন খৰছ কৰোঁতে প্ৰতি মুহূৰ্ততে আমি ভয় লাগে আৰু চিন্তা কৰিব লাগে। এগৰাকী ধনী লোকে (ৰাইজৰ সেৱক) মোৰ আগতে এটা মন্তব্য কৰিছিল। মই সেই মন্তব্যত অস্বস্তি বোধ কৰিছিলো, মই যেতিয়া খাদীৰ বিষয়টো ললোঁ তেতিয়া তেওঁ কলে——“আমাৰ অৱস্থা আপুনি বুজিব নোৱাৰিব। আপুনি মটৰ গাড়ী বিচাৰিলে য'তে ত'তে নাপায়, কিন্তু দুখলী গান্ধীৰ এপিলাচ বিচাৰিলে সহজে পিয়াচ পাব। আপোনাক সকলোৱে দিব। কিন্তু আমাৰ, আনকি মোৰ দৰে ধনী লোকৰ কাৰণেও ৰাইজৰ সেৱা কৰা বৰ খৰচৰ কথা। ক'ৰবালৈ যাবলগীয়া হলে বাবে বাবে টেলিগ্ৰাম কৰা, জাকা দিয়া, হোটেলৰ খৰছ, মোটৰগাড়ী

আৰু মোক লগা খাদী কাপোৰ কিনা সকলো খৰছৰ কথা। "এই গৰাকী ভদ্ৰলোক নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সদস্য। তেওঁ খৰচ কৰাত অলপো সংকোচ নকৰে। বোম্বাইত তেওঁৰ দিনৌ ২০ টকাতকৈ কম খৰছ হোৱা নাছিল বুলি মই ভাবো। তেওঁৰ যুক্তিত যথাৰ্থতা আছে বুলিও মই ভাবোঁ। কিন্তু বৰ্তমান অৱস্থাত মই অসহায়। মোৰ শাৰীৰিক দুৰ্বলতাই সেৱা কৰিবলৈ মোৰ যোগ্যতা কমাইছে বুলি মই জানো। এতিয়া সকলোকে খোজ কাঢ়ি যাবলৈ কবলৈ মোৰ সাহ নাই। কাৰণ মই নিজে দুৰ্বল। আন সকলোকে মই দুৰ্বল বুলি ভাবো আৰু কেতিয়াবা অনাহকতে তেওঁলোকক পুতৌ কৰোঁ। আন প্ৰকাৰে যি ৰাইজক সেৱা কৰিবলৈ বিচাৰে, তেওঁ বেছিকৈ খৰছ কৰিব নেলাগে। তৃতীয় শ্ৰেণীৰ ভাৰা ইমান বেছি নহয় যে কোনোলোকে সেইখিনি দিবলৈ টান পাব। ইয়াৰ উপৰি কোনোবা ঠাইলৈ গলে অহা-যোৱাৰ বাবে গাড়ী খৰছ নকৰিবলৈ সদায় যত্ন কৰিব লাগে। তেওঁ সাজ পোছাকত আড়ম্বৰহীন হ'ব লাগিব, খাদ্যও সৰল হ'ব লাগিব। কিন্তু আমি নিজৰ শৰীৰটো লৈ ইমান ব্যস্ত হৈ পৰিছো যে আন হাজাৰ হাজাৰ মানুহে দিনৌ যি কাম কৰিব পাৰে, সেই কাম আমি কৰিব নোৱাৰো বুলি ভাবোঁ।

"মই এই নৈখনৰ বিবৰণ দিবলৈ লৈছিলোঁ, কিন্তু তাৰ সলনি মোৰ মনত যিষাৰ কথাই দুখ দি আছে তাকে লিখিলো। নৈখন এখন সাগৰ যেন লাগে। বহুত দূৰত দুয়োটা পাৰ দেখা পোৱা যায়। নৈখন দুমাইল বা তাতোকৈ বেছি বহল হ'ব। প্ৰায় ১৫ ঘন্টা নৈখনৰ বুকুত যাব লাগিব। নৈখনত বিৰাজ হোৱা শান্তিয়ে হিয়ালৈ এটা মহত্ববোধ আনে। মেঘৰ আঁৰৰপৰা জোনে পানীতো ক্ষীণ জিলিকনি পেলাইছে। জাহাজৰ পাংখাই পানী ভেদ কৰি যাওঁতে এটা মৃদু শব্দ কৰি আছে। এই শব্দৰ বাহিৰে গোটেইখন নিমাত নিস্তব্ধ—সকলোতে শান্তি, কিন্তু ইয়াৰ মাজতো মই মনলৈ শান্তি আনিব পৰা নাই। নৈখনো আমাৰ নহয়। জাহাজখনো আমাৰ নহয়। যি শাসনৰ কাৰ্যকলাপে আমাৰ দেশক ঘূণীয়া কৰিছে আৰু আমাক দুৰৱস্থাত পেলাইছে, সেই শাসনৰ অনুগ্ৰহত এখন জাহাজত গৈ আছোঁ। এই শান্তিপূৰ্ণ পৰিবেশৰ মাজতো মই শান্তি পোৱা নাই। তথাপিও মই গৱৰ্ণমেন্টৰ অগৰ ধৰিব নোৱাৰোঁ। যদি ভাৰতবৰ্ষৰ ত্ৰিশকোটি লোকে নিজৰ কৰ্তব্য বুজি নাপায় তেন্তে মই গৱৰ্ণমেন্টক কিয় দোষ দিওঁ? বেপাৰ কৰা মানুহৰ স্বভাৱেই এনে বিধৰ, মোৰ নিচিনা। তেওঁলোকৰ লগত বেহা-বেপাৰ কৰিমনে নাই, সেইটো মইহে বাছি ল'ব লাগিব। মই যদি বিদেশী কাপোৰ নলওঁ বোলো, কোনে মোৰ ওপৰত জাপি দিব পাৰে? এই বেহা-বেপাৰৰ আঁৰত থকা শক্তিৰ ওপৰত দোষ জাপি দিয়াটো মোৰ দুৰ্বলতা উপলব্ধি কৰি মোৰ মনলৈ পুনৰ শান্তি আনো আৰু ৰাইজৰ মাজতেই মোৰ কাম বুলি জানি মোৰ কৰ্তব্যত পুনৰ মগ্ন হওঁ।

**অসমৰ হাতী**: "তিৰোতাৰ বয়ন কৌশলৰ বাবে অসম যিদৰে জনাজাত, সেইদৰে হাতীৰ বাবেও অসম জনাজাত। আনকি 'হস্তী বিদ্যা' নামৰ এখন পুথি মোক দেখুৱা হৈছিল। পুথিখন সাঁচিপাতত লিখা, দুশ বছৰৰ পুৰণি। লিখাৰ বাহিৰেও তাত হাতীৰ ছবি আৰু আন আন বহুতো ছবি আছিল। সেইবিলাক ছবিত যি ৰং ব্যৱহাৰ কৰা

হৈছে এনেবিলাক বং আজি কালি কদাচিতহে দেখো। এইবিলাক ছবি এনে সমানুপাতিক ভাবে অঁকা হৈছে যে দেখিলে অসমৰ পুৰণি কলা সম্পৰ্কে গৌৰব অনুভৱ নকৰাকৈ থাকিব নোৱাৰে।

"দুহাজাৰ টকালৈকে একোটা হাতীৰ মূল্য হয়। বস্ত কঢ়িয়াবলৈ আৰু চিকাৰ কৰাত হাতীক লগোৱা হয়। এনেবিলাক কথা জনা এজন লোকে মোক ক'লে যে বনৰীয়া হাতী ধৰি অনাৰ পিছত তাৰ ওপৰত বৰ অত্যাচাৰ কৰা হয়। হাতীয়ে সঙ্গীত ভাল পায় দেখি মাউতে গীত গাই তাক বশ কৰিবলৈ যত্ন কৰে। হাতীয়ে আমাৰ ভাষা এনেদৰে বুজি পায় যে কোনটো কথা খঙেৰে কোৱা হৈছে, কোনটো মৰমেৰে কোৱা হৈছে সি বেছ ধৰিব পাৰে। মানুহজনে মোক কলে যে প্ৰত্যেকটো হাতীয়ে 'চাবাইছ' শব্দটো বুজে। হাতীৰ দাঁত অসমত যথেষ্ট পোৱা যায় বুলি কব নোৱাৰি। শুনি মই ভাল পালো যে দাঁতৰ বাবে হাতীক মাৰিব লগা নহয়, বৰঞ্চ ইয়াৰ বাবে হাতী মৰাটো নিষিদ্ধ।

**অসমৰ ৰেচম ঃ** "অসমত দুবিধ ৰেচম উৎপন্ন হয়। দুয়োবিধেই পোকৰ পৰা হয়। এবিধ পোক এড়ি আৰু আনবিধক মুগা বোলা হয়। আগৰ বিধৰ পোকৰ পৰা নমৰাকৈও তাৰপৰা ৰেচম পাব পাৰি। কপাহৰ দৰে ইয়াৰপৰা সূতা কাটিব পাৰি। মুগা পোকে লেতা বান্ধে, আৰু এইটো শেষ হ'লে ৰ'দত দি ভিতৰৰ পোকটো মৰা হয়; তাৰ পিছত লেতাটো উতলাই লৈ সূতা উলিয়াই মহৰাত পকোৱা হয়। কেনেকৈ সূতা উলিওৱা হয় সকলো মোৰ আগতে কৰি দেখুওৱা হ'ল। এই দুয়োবিধৰ ৰেচম যদিও অসমত যথেষ্ট পৰিমাণে উৎপন্ন হয় আৰু যদিও এই দুয়োটা উদ্যোগ এতিয়াও জীয়াই আছে, তথাপিও ইয়াত বিদেশী সূতাৰ কাপোৰৰ বহুল প্ৰচলন হয় আৰু বোৱনীয়ে কি মুনিহ, কি তিৰোতা বিদেশী সূতা দীঘৰ বাবে লয়।

**কপাহ ধুনা আৰু পাজী কৰা ঃ** "কপাহ কেনেকৈ ধুনে আৰু পাজী কৰে তাকো মই জানো। মই দেখিলোঁ যে অদ্ভুত খি দৰে মিহি কাপোৰ উৎপন্ন হৈছে, সেইদৰে ইয়াতো লাহে লাহে পিছলৈ উৎপন্ন হ'ব। মোক এডোখৰ কাপোৰৰ নমুনা দেখুৱা হৈছিল। দুশ বছৰৰ পুৰণি কিছুমান কাপোৰ মোক দেখুৱা হৈছে। এইবিলাক কপাহ গুটি নুগুচোৱাকৈ কটাও মোক দেখুৱা হৈছে। অদ্ভুত কটাৰ দৰে আন এবিধ কপাহ কটা মই দেখিবলৈ পালো। প্ৰতি পাহ কপাহ এবিধ মাছৰ (ককিলা) ডাঁৰেৰে ফঁহিয়াই লোৱা হয়, যাতে প্ৰতিডাল আঁহ বেলেগ হয়। আনকি ককিলা ডাঁৰত লাগি থকা কপাহো পিছত কাটি কাপোৰ বোৱা হয়। ইয়াৰ পিছতো গুটিত লাগি থকা কপাহ গুটিৰপৰা গুচোৱা হয় আৰু ধুনি লোৱা হয়। এনে কপাহৰপৰা অতি মিহি সূতা কাটি উলিওৱা হয়। অসমীয়া তিৰোতাই যদি উৎসাহেৰে সৈতে সঁহাৰি দিয়ে, তেন্তে তেওঁলোকে কৰিব পৰা সহায়ৰ সীমা নেথাকিব। মই জানো যে স্বদেশী আন্দোলনত পঞ্জাবতকৈ অসমৰ শক্তি সামৰ্থ্য বেছি। ইয়াৰ তিৰোতাই যদি সূতা কটা আৰু বোৱাত লাগে তেন্তে সেইটো দেশপ্ৰেমৰ বাবে লাগিব, ধনৰ বাবে নহয়। ইয়াৰ দৰে অন্ধ্ৰৰ প্ৰতি ঘৰাকী তিৰোতাই নিজৰ কপাহ নিজে ধুনি লয়।

"আমি এতিয়া তেজপুৰ পাওঁহি। ইয়াৰ পুৰণি নাম আছিল শোণিতপুৰ। ইংৰাজ

কৰ্মচাৰী এজনে শোণিতপুৰ উচ্চাৰণ কৰিবলৈ টান পাইছিল বুলি মোক কোৱা হৈছে, তেওঁ হেনো 'শোণিত'ৰ অৰ্থ অসমীয়াত কি হয় বুলি সুধিলে। তেতিয়া তেওঁক 'শোণিত'ৰ অসমীয়া প্ৰতিশব্দ 'তেজ' বুলি কোৱা হ'ল। তেওঁ তেতিয়া 'তেজপুৰ' নাম দিলে। প্ৰাচীন কালত তেজপুৰ বাণাসুৰৰ ৰাজধানী আছিল। সেই বাবে পুৰণি লিখকসকলে শোণিতপুৰ বুলি কৈছিল। এই ঠাইৰ পুৰণি কাহিনী এই যে চিত্ৰলেখাই উষাৰ বাবে অনিৰুদ্ধ কোঁৱৰক দ্বাৰকাৰ পৰা লৈ আহিছিল। মধ্যম পাণ্ডৱ অৰ্জুন মণিপুৰলৈ আহিছিল বুলি কোৱা হয়। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত পাণ্ডুৱেই প্ৰথম নগৰ। পাণ্ডুৰ পাঁচ মাইল দূৰৈত গুৱাহাটী। তাৰপৰা আমি আহি তেজপুৰ পাইছোঁহি। গুৱাহাটীৰ পুৰণি নাম আছে। তেজপুৰৰ ওচৰত হৰি আৰু হৰৰ যুদ্ধখন হোৱা বুলি মানুহে বিশ্বাস কৰে। যি ঠাইত যুদ্ধ হৈছিল তাত এতিয়াও ভক্তসকলে ৰুদ্ৰৰ খোজ দেখুৱায়। এইদৰে মই য'লৈকে যাওঁ প্ৰাচীন কালত ভাৰত যে একেখন ৰাজ্য আছিল তাৰে প্ৰমাণ পাওঁ।

**চাহ খেতিয়কৰ ৰাজত্ব ঃ** "তেজপুৰ নগৰৰ লোকসংখ্যা ৬০০০ হাজাৰ। ইমান কম লোক থকাতো ইয়াত এখন মিউনিচিপেলিটি আছে। ইয়াত ৰেলৰ লাইন, বিজুলী টেপৰ পানীৰ ব্যৱস্থা আছে। ইয়াত এইবিলাক কেনেকৈ হ'ল? এই প্ৰশ্নৰ উত্তৰ ততালিকে পাব পাৰি। তেজপুৰৰ ওচৰতে ডাঙৰ ডাঙৰ চাহ বাগিছা আছে। চাহবাগিচাৰপৰা চাহ আনিবলৈ ৰেলৰ লাইন বহুওৱা হৈছে। ইয়াৰ জাহাজঘাটৰপৰা বাহিৰলৈ চাহ পঠোৱা হয়। সঁচাকৈয়ে ইয়াৰ মানুহে ভাবে যে চাহ খেতিয়কেই অসমত ৰাজত্ব কৰে। অৱশ্যে বৃটিছ গবৰ্ণমেণ্ট আছে, কিন্তু আচল শক্তি চাহ খেতিয়কৰ। মিঃ এণ্ড্ৰুজে কয় যে চাহ খেতিয়কক সন্তুষ্ট কৰিবলৈ দুৰ্ভগীয়া বনুৱাসকলৰ ওপৰত চাঁদপুৰৰ মাৰধৰ কৰা হৈছিল।

"গঙ্গাৰ পানী খাবলৈ যি দৰে উপযুক্ত বুলি বিবেচিত হয়, সেইদৰে ব্ৰহ্মপুত্ৰৰ পানী খাবলৈ উপযুক্ত বুলি বিবেচিত নহয়। যদিও দুৱাৰ দলিয়েদি নৈ বৈ গৈছে তথাপিও মানুহে টেপৰ পানী ব্যৱহাৰ কৰে। পানী ব্যৱহাৰ কৰাৰ আগতে কিছুমান ফিল্টকিৰি দি পানী চাফা কৰা হয়। এই নগৰতে ৯০ ফুট ওখত এটা পাহাৰত পানীৰ ভঁৰাল সজা হৈছে। তাতে পানী বিশুদ্ধ কৰি ৰাইজক টেপেৰে যোগোৱা হয়।

**মনোৰম অসম ঃ** ('Lovely Assam' শীৰ্ষক প্ৰবন্ধটোৰ তলৰ ভাগনি ১৯২১ চনত 'সাদিনীয়া অসমীয়া'ত প্ৰকাশ হৈছিল।)

"বিশাল ব্ৰহ্মপুত্ৰ নদীৰ পাৰত অৱস্থিত তেজপুৰত বহি মই কথা কেইষাৰ লিখিছোঁ। তেজপুৰ পুৰণি কালত শোণিতপুৰ নামে জনাজাত। এই শোণিতপুৰ দৈত্যকুলৰ ৰজা বাণাসুৰৰ ৰাজধানী আছিল। বাণৰ জীয়ৰী উষাক অনিৰুদ্ধই বিয়া কৰায়। সন্তসকলে হৰিহৰৰ ৰণ ক'ত হৈছিল সেই ঠাইডোখৰ এতিয়াও দেখুৱাব পাৰে। অসম এখন মনোহৰ শস্য-শ্যামলা দেশ। ঠায়ে ঠায়ে নৈৰ পাঁভিত প্ৰাকৃতিক দৃশ্য ইমান সুন্দৰ যে কোনো ঠাইৰ প্ৰাকৃতিক দৃশ্যই তাক চেৰপেলাব নোৱাৰে। টেমছ নৈৰ পাৰৰ জাকজমক মনোমুগ্ধকৰ দৃশ্য মই দেখিছোঁ, কিন্তু আজি মই যি মহানদীৰ পাৰত বহি এই কথাকেইষাৰ লিখিছোঁ, তাক প্ৰকৃতি দেৱীয়ে হাত উবাৰি যি সৌন্দৰ্যৰে সজাইছে এনে সৌন্দৰ্য ম্লান ক'ৰো দেখা মোৰ মনত নপৰে।

অসমৰ প্ৰত্যেক গৰাকী তিৰোতা যেন ওপজাৰ লগে লগেই বোৱনী হৈ আহে ( born weaver )। যি ছোৱালীয়ে ব'ব-কাটিব নাজানে তেওঁ গৃহিণী হ'বলৈ আশা কৰিব নোৱাৰে (অৰ্থাৎ ব'ব কাটিব নজনা ছোৱালীৰ দৰা বিচাৰি পোৱাই টান।) অসমৰ তিৰোতাই ফুল বাছি কাপোৰত সপোনৰ গধীৰ কাহিনী তুলিব পাৰে। মই শ্ৰীযুত তৰুণৰাম ফুকন ভাণ্ডৰীয়াৰ আলহী আছিলোঁ। তেওঁ মোক অসমীয়া তিৰোতাৰ কাপোৰ বোৱাত পাৰদৰ্শিতাৰ নিদৰ্শন স্বৰূপে যি পুৰণি কাপোৰ দেখুৱাইছিল সি অতুলনীয়। সেই ধুনীয়া সুন্দৰ চানেকিবোৰ দেখি ভাৰতৰ অতীত গৌৰৱ আৰু লুপ্ত শিল্পৰ কথা সুঁৱৰি মই নীৰৱে চকুলো নুটুকি নোৱাৰিলোঁ। আজি ভাৰতত সুন্দৰ মিহি বিদেশী শাৰীবোৰত সেই চকু জুৰুৱা স্নিগ্ধ মনোমোহা নানা বৰণৰ বিচিত্ৰ সমাবেশ ক'ত? আগেয়ে গছ-লতা আদিৰপৰা অসমত যি ৰং উৎপন্ন হৈছিল আজিকালি সেই ৰং পাবলৈ নাই, লুপ্ত হ'ল। অসম ইংৰাজ শাসনৰ তললৈ অহাৰে পৰা ইয়াৰ তিৰোতাসকলে সূতা কাটিবলৈ এৰি দিলে, আৰু সেইদৰে অভিশপ্ত হৈ বিদেশী সূতাৰে কাপোৰ ব'বলৈ ধৰিলে । এতিয়া তিৰোতাসকলে কাপোৰ বৈ যি অলপ অচৰপ লাভ কৰে তাৰ সকলোখিনি বিদেশী সূতা কিনোতে খৰচ হয়। আজিকালি শাৰী কাপোৰ দেখিছোঁ, তাৰ্ক মই দেখা সুন্দৰ আৰু ধুনীয়া চানেকিৰ পুৰণি কাপোৰৰ লগত মুঠেই তুলনা কৰিব নোৱাৰি। অসমৰ দেশহিতৈষী কৰ্মীসকলে কৰ্তব্য কাম কৰিবলৈ যদি চেষ্টা কৰে, তেনেহলে স্বদেশী বিস্তাৰত অসম মুখ্য হৈ উঠিব। ইয়াৰ তিৰোতাসকলে তেওঁলোকৰ নিজৰ আৱশ্যকতকৈ বহুত বেছি কাপোৰ ব'ব পাৰে।

বৰ্ত্তমান ১,২০,০০০ বিঘা মাটিত কপাহৰ খেতি হয়। একো বিঘাত গড়ে ২২ সেৰকৈ কপাহ হয়। কিন্তু ইয়াতকৈ বেছি পৰিমাণে কপাহ উৎপন্ন কৰিব পাৰি। মই ইয়াত অতি সুন্দৰ দীঘল আঁহীয়া কপাহো দেখিবলৈ পাইছোঁ। অন্ধ্ৰ-প্ৰদেশৰ দৰে অসমৰো প্ৰায় পৰিয়ালত এতিয়াও ধুনীয়া মিহি সূতা কটাৰ প্ৰচলন আছে। অসমীয়া মানুহৰ সময়ৰ অভাৱ নাই বুলি সকলোৱেই স্বীকাৰ কৰে। এই বিষয়ে এজন ইংৰাজ লেখকৰ মত আন এঠাইত প্ৰকাশ কৰিছোঁ। অসমত যঁতৰ সাজিবলৈ উপযোগী কাঠৰ অভাৱ নাই। আশা কৰোঁ স্বদেশী বিষয়ত অসমে উন্নতিৰ জখলাইদি উঠি ওখ ঠাই পাবগৈ।

"কানি খোৱা অভ্যাস অসমৰ বাবে অভিসম্পাত স্বৰূপ। কিন্তু কু-ৰীতি-নীতিৰ বিৰুদ্ধে ভাৰতব্যাপী যি আন্দোলন চলিছে তাৰ ফলত সেই অভ্যাস বহুতো কমিছে বুলি শুনিছোঁ।

"শুনিবলৈ পাইছোঁ যে মোৰ 'হিন্দ্স্বৰাজ' নামে কিতাপত মই ভুলক্ৰমে অসমীয়াক পিণ্ডাৰী আৰু আন আন জংঘলী জাতিৰ শাৰীত থোৱা কথাটো কিছুমান চৰকাৰী বিষয়াই অসমীয়াক সোঁৱৰাই দিছে। সেই বাবে অসমীয়া ৰাইজৰ আগত মোৰ ভুল স্বীকাৰ কৰিছোঁ। যি অসমীয়া ভাৰতবৰ্ষৰ আন যি কোনো ঠাইৰ লোকৰ দৰেই সভ্য, তেনে অসমীয়াৰ সম্পৰ্কে এনে কথা লিখি মোৰ অন্যায় কৰিছিলোঁ। তেওঁলোকৰ দেশত ল'বলগীয়া সাহিত্য আছে, তাৰে কিছুমান পুৰণি সাঁচিপাতত লিখা পুথি আৰু সেই পুথিবিলাক নানান বৰণৰ চিত্ৰেৰে শোভিত হৈছে। এইবিলাকো অতি

পুৰণি। অসমীয়া তিৰোতা পাকৈত বোৱনী হোৱাত শিল্পা কাপোৰত কম খৰছতে সৌন্দৰ্যৰ লগতে অঙ্গাৱৰণৰ উদ্দেশ্যাবে অপূৰ্ব সমন্বয় কৰিছে।

"মণিপুৰ যুদ্ধৰ সময়ত মণিপুৰৰ সেনাপতিৰ প্ৰতি ইংৰাজ চৰকাৰৰ বিষয়াসকলৰ ব্যৱহাৰ সমৰ্থন কৰি ইংৰাজী ১৮৯০ চনত চাৰ জন গৰ্ষ্ট যি বিৱৰণ লিখিছিল তাকে পঢ়ি অসমীয়া জাতিৰ বিষয়ে মোৰ ভুল ধাৰণা হয়। মই বুৰঞ্জীৰ মনোযোগী ছাত্ৰ নহওঁ; গতিকে অসমীয়া জাতি অংঘলী বুলি এটা ধাৰণা তেতিয়াৰেপৰা মোৰ মনত ৰৈ যায়, আৰু তাকে মই ১৯০৮ চনত লিখোঁ। যি কি নহওক, মোৰ এই ভুলফেৰিয়ে গৱৰ্ণমেণ্টৰ বিষয়া কিছুমানৰ মনত সন্তোষ দিছিল, আৰু শ্ৰোতাসকলৰ আগত মই যেতিয়া মোৰ এই ভুল স্বীকাৰ কৰোঁ তেতিয়া তেওঁবিলাকে শুনি খুব আনন্দ পালে আৰু লগে লগে মোৰ অসমীয়া ভনীসকলৰ স্বাভাৱিক সৰল সৌন্দৰ্যৰ শলাগ লবলৈ আৰু তেওঁবিলাকক ভাৰতবৰ্ষৰ সেৱাত আৰু স্বদেশী কাৰ্যত ব্ৰতী কৰিবলৈ মোক সুন্দৰ সুযোগ দিলে।

"মই ইয়াত উল্লেখ কৰিবলৈ পাহৰা উচিত নহয় যে অসমত ৭৮ জন অসমীয়া উকিলৰ ভিতৰত ১৫ জনে ওকালতি ব্যৱসায় স্থগিত ৰাখিছে। সম্ভৱতঃ ভাৰতবৰ্ষৰ ভিতৰত শতকৰা হিচাপে এইটো উৰ্দ্ধতম সংখ্যা।

"শেষত সকলো সভাতে কোনো গোলমাল নোহোৱাকৈ কাৰ্য চলোৱাত কংগ্ৰেছ কমিটিবিলাকক মই শলাগিছোঁ। প্ৰত্যেকখন সভা অতি সন্তোষজনক আৰু শৃংখলাবদ্ধ প্ৰণালীৰে একো হাই উৰুমি নোহোৱাকৈ তেওঁলোকে চলাইছিল।"

অসমৰপৰা উভতি যোৱাৰ পাছত মহাত্মাজীয়ে অসমত দেখি যোৱা কিছুমান বিষয়ে ১৯২১ চনৰ ১ ছেপ্টেম্বৰ তাৰিখৰ 'ইয়ং ইণ্ডিয়া' কাকতত এটা টোকা প্ৰকাশ কৰিছিল। সেই টোকাত তেখেতে লিখিছিল যে অসমৰ চৰকাৰী কৰ্মচাৰীসকল ডাঙৰ ডাঙৰ শোভাযাত্ৰা আৰু ডাঙৰ ৰাজহুৱা সভাৰ ক্ষেত্ৰত অভ্যস্ত নহয়। ৰাজহুৱা ঠাইবিলাক ব্যৱহাৰ কৰাত শোভাযাত্ৰাকাৰীসকলক বাধা দিছিল। নগাঁৱত ডেপুটী কমিশ্যনাৰে ফুটবল খেল পথাৰত সভা মণ্ডপ সাজিবলৈ অনুমতি দিও পাছত আকৌ নিদিয়া হ'ল। "সঁচাকৈয়ে অসমৰ দৰে এনে কোনো ঠাইত জনতা ইমান শৃংখলাবদ্ধ আৰু নিয়ন্ত্ৰিত নাছিল। জনতাই মৰম দেখুৱাওঁতেই যিমানেই চিঞৰ ৰাখৰ নকৰক তেওঁলোকৰ মৰম গোলমাল বা শান্তিভঙ্গত পৰিণত নহয় বুলি যি কোনো কৰ্মচাৰীয়েই দেখা পালেহেঁতেন। কিন্তু মই বুজা মতে অসম এনে এখন ঠাই য'ত চৰকাৰী কৰ্মচাৰীসকলে বাইজৰ কোনো জাগৰণ সহ্য কৰিব নোৱাৰে।"

এই সন্দৰ্ভত মহাত্মা গান্ধীৰ Collected Works কিম্বা টেণ্ডুলকাৰে লিখা তেওঁৰ জীৱনী পঢ়িলে অসমীয়া ডেকা-গাভৰুসকলে বহুতো শিকিব পাৰিব আৰু যথাৰ্থ গৰ্ব অনুভৱ কৰিবলৈ বহুত সমল পাব।

মহাত্মাৰ প্ৰভাৱ : গান্ধীজীৰ এই প্ৰথমবাৰৰ অসম ভ্ৰমণত মই অতি ওচৰৰপৰা তেখেতৰ সান্নিধ্য লাভ কৰিবলৈ পাওঁ। গুৱাহাটীলৈ যাওঁতে আৰু যোৰহাটতো তেখেতে পদাৰ্পণ কৰাৰ পৰা আকৌ মৰিয়নিত থৈ অহালৈকে স্বেচ্ছাসেৱক ৰূপে প্ৰায় সকলো কামতে মই এনেভাৱে আত্মনিয়োগ কৰিবলগা হৈছিল আৰু কৰিছিলোঁ

যে গান্ধীজীৰ ওচৰত বহি দুই এষাৰ কথা শুনাৰ সুযোগ আৰু সৌভাগ্য মোৰ নঘটিছিল। মুঠতে গান্ধীজী যোৰহাটলৈ অহা আৰু যোৰহাটৰপৰা যোৱাটো মোৰ কাৰণে এটা সুখ স্বপ্নৰ নিচিনাহে লাগিছিল। গান্ধীজী অহাৰপৰা সৰ্বতোপ্ৰকাৰে এটা সুবিধা হৈছিল যে যি গান্ধীজী সপোনত পোৱা বস্তু আছিল সেই গান্ধীজীক অগণন মাইজে হাততে পালে। গান্ধীজীৰ গাত কি ঐশ্বৰিক মোহিনী শক্তি আছিল সেই কথাটো মই আজিও সম্যকভাৱে উপলব্ধি কৰিব পৰা নাই। ১৯২৬ চনৰ শেষত গান্ধীজী দ্বিতীয়বাৰ অসমলৈ আহোঁতে গুৱাহাটী কংগ্ৰেছ অধিবেশনৰ মণ্ডপৰ কাষত জাতীয় পতাকা উন্মোচন কৰিবলৈ গান্ধীজীক মই ভলণ্টিয়াৰ দলটোৰ সৰ্বাধিনায়ক ৰূপে লগত লৈ যাওঁতে তেখেতৰ ব্যক্তিত্বৰ যি এটা মোৰ ওপৰত প্ৰভাৱ পৰিছিল তাক আজিও মই ভাষাৰে প্ৰকাশ কৰিব নোৱাৰোঁ। সেই মুহূৰ্তত কিয় যে মোৰ চকুৰ পানী ওলাইছিল মই আজিও নাজানো। মানুহ গৰাকীক দেখাত তেনেকুৱা ব্যক্তিত্ব থকা যেন নেলাগে, কিন্তু তেখেতৰ আধ্যাত্মিক কিম্বা নৈতিক অন্তৰ্নিহিত শক্তি ইমান বেছি যে তেখেতৰ সান্নিধ্যলৈ অহা মানুহে অজানিত ভাৱে প্ৰভাবান্বিত হৈ পৰে।

১৯২১ চনৰ আগষ্ট মাহত গান্ধীজীয়ে অসম ভ্ৰমণ কৰি যোৱাৰ পাছত বহুত দিন শুকাই থকা খেৰত জুই লগালে দপ্ দপ্ কৰে জুই জ্বলাৰ দৰে অসহযোগ আন্দোলন জ্বলি উঠিছিল। বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, ছাত্ৰ-ছাত্ৰীসকলৰ মনৰপৰা জেলৰ ভয়ৰ ভাব আঁতৰি গৈছিল, আৰু অধিকাংশ লোকেই যি যেনেকৈ যিমান পাৰে স্বদেশী আন্দোলনত বৰঙনি যোগাইছিল। সেই সময়ত সকলোৰে প্ৰাণত জাতীয় জাগৰণৰ ঢল উঠিছিল আৰু সকলোৱে সেই ঢলত সাঁতোৰ দিছিল।

**কংগ্ৰেছৰ জন্ম ঃ** এইখিনিতে কংগ্ৰেছৰ বিষয়ে এটা চমু আভাসৰ প্ৰয়োজন। কিয়নো বৰ্তমান দশকৰ শতকৰা প্ৰায় ৯৫ জন ছাত্ৰ-ছাত্ৰীয়ে ভাৰতৰ মুক্তি-যুদ্ধ আৰু এই যুদ্ধৰ জাতীয় নেতাসকলৰ বিষয়ে একো নাজানে। ভাৰতবৰ্ষ এখন বিশাল দেশ। এই দেশক মহাদেশ বুলি কলেহে শুৱায়। ভাৰত, পাকিস্তান আৰু বাংলাদেশ এই তিনি ভাগে বিভক্ত হোৱাৰ পাছত ইয়াক সচৰাচৰতে মহাদেশ বুলিয়েই উল্লেখ কৰা হয়। এটা জাতিৰ আখ্যা অথবা সংজ্ঞা হয় এক বিশাল ভূ-খণ্ড য'ত কিছুমান গুৰুত্বপূৰ্ণ বিষয়ত আৰু কিছুমান ৰীতি-নীতিত মিল আৰু ভাবগত ঐক্যবোধ থকা জনসমষ্টিৰ বসতি, যেনে অসম, বঙ্গদেশ, পঞ্জাব ইত্যাদি। অসমৰ অধিবাসীক অসমীয়া, বঙ্গদেশৰ লোকক বঙালী আৰু পঞ্জাবৰ লোকক পঞ্জাবী বোলা হয়। এই বিভিন্ন ৰাজ্যবাসীসকলৰ নিজৰ ৰাজ্যৰ ভিতৰৰ বাসিন্দাৰ মাজত বহুতো অমিল থাকে, কিন্তু মোটামুটি ভাবে সাধাৰণ ঐতিহ্যগত মিল নেথাকিলে এটা জাতি বোলা নহয়। এই হিচাপে ভাৰতবৰ্ষ এখন দেশ আছিল বুলি ক'ব পাৰি। হিন্দুৰ পূজাৰ আৰম্ভতে উচ্চাৰণ কৰা 'গঙ্গাবাহন' মন্ত্ৰৰপৰাই এই ঐতিহ্য আৰু ঐক্যৰ ইঙ্গিত পোৱা হয়। যেনে—"গঙ্গেশ্চ যমুনেশ্চৈব গোদাবৰি সৰস্বতি নৰ্মদে সিন্ধু কাবেৰি জলে সন্নিহিতা ভৱ।" এই মন্ত্ৰ ফঁাকিয়েই সমগ্ৰ ভাৰতবৰ্ষক সামৰি লৈছে। স্বৰ্গীয় ৰমেশ দত্তৰ 'Unity of India' নামৰ কিতাপখনত ভাৰতবৰ্ষৰ ঐক্যৰ বিষয়ে বিশদৰূপে আলোচনা কৰিছে। এই সকলোবিলাক কথা কোৱা আৰু ভবাৰ

পাছত প্ৰাকৃতিক অৱস্থা আৰু সাংস্কৃতিক বিষয়ত সমভাবাপন্ন হোৱা সত্ত্বেও মধ্যযুগত ভাৰতবৰ্ষ ৰাজনৈতিক হিচাপে একতাবদ্ধ নাছিল আৰু এখন দেশো বুলি ক'ব পৰা নগৈছিল। নিৰপেক্ষ ভাৱে ক'বলৈ হ'লে চাগে বৃটিছ শাসনৰ দিনতে ভাৰতৰ ৰাজনৈতিক একতা সম্পূৰ্ণ নহ'লেও যথেষ্ট ভাৱে বৃদ্ধি পাইছিল। আকবৰৰ দিনতো ৰাজপুতনাৰ একখণ্ড, দাক্ষিণাত্যৰ এক খণ্ড আৰু স্বাধীন অসম আকবৰ সাম্ৰাজ্যৰ বাহিৰত আছিল। ৰাজনৈতিক ভাৱে একতা হোৱা দূৰৰে কথা ভাৰতৰ বিভিন্ন ৰাজ্যৰ মিলাপ্ৰীতি থকা হলেও, শক, হুণ, গ্ৰীক, পাঠান, মোগল আৰু বৃটিছসকলে ভাৰতত কম-বেছি পৰিমাণে আধিপত্য বিস্তাৰ কৰিব নোৱাৰিলেহেঁতেন। উদাহৰণ স্বৰূপে কব পাৰি যে আলেকজেণ্ডাৰে যেতিয়া উত্তৰৰ পুৰুৰ ৰাজ্য আক্ৰমণ কৰে তেতিয়া ওচৰ-চুবুৰীয়া ৰাজন্যবৰ্গই একে-গোট হৈ তেওঁলোকৰ সৈন্য একেগোট কৰি যুঁজ দিয়াহেঁতেন আলেকজেণ্ডাৰ কেতিয়াও ভাৰতজয়ী হ'ব নোৱাৰিলেহেঁতেন আৰু পুৰু ৰজায়ো বশ্যতা স্বীকাৰ কৰিবলগীয়া নহ'লহেঁতেন। ওচৰ-চুবুৰীয়া নবাব আৰু বিষয়াবৰ্গই চিৰাজুদ্দৌলাক সহায় কৰাহেঁতেন বৃটিছে ভাৰতত খোপনি লব পাৰিলহেঁতেন নে নাই এইটো ইতিহাসৰ প্ৰশ্ন-বোধক চিন। কংগ্ৰেছেই একমাত্ৰ অনুষ্ঠান যি মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতবৰ্ষক বিভিন্ন ধৰ্ম আৰু ভাষা-ভাষীৰ লোক থকা সত্ত্বেও কংগ্ৰেছৰ পতাকাৰ তলত এখন দেশ আৰু এটা জাতি ৰূপে গঢ়ি তুলিছিল। কংগ্ৰেছৰ এই ত্ৰিৰঙ্গ পতাকাৰ তলত জাতি-ধৰ্মৰ সকলো বিভেদ পাহৰি একতাবদ্ধ হৈ সকলোৱে কাম কৰি অগ্ৰসৰ হ'ব পাৰিছিল। এই বিষয়টো বহলাই আলোচনা কৰিবলৈ গলে এখন কিতাপ হয়। কিন্তু সৌ সিদিনা মাত্ৰ প্ৰাণোচ্ছ্বল আন্দোলনত ভাৰতবাসীসকলে নিজকে উৎসৰ্গ দিয়া আজি এটা সাধু কথাৰ নিচিনা হৈছে। আজি ইংৰাজী মাধ্যমত পঢ়া ভাৰতৰ ছাত্ৰ-ছাত্ৰী সকলৰ কিছুমানে 'গান্ধী' আৰু 'কংগ্ৰেছ' শব্দ দুটাহে শুনিছে। কিন্তু এই শব্দ দুটাৰ পাছত যে পৃথিবীৰ এটা যুগৰ আশ্চৰ্যজনক ইতিহাস নিহিত হৈ আছে তেওঁলোকে তাৰ তিলমাত্ৰও উপলব্ধি কৰিব পৰা নাই। সেয়েহে এইখিনিতে থূলমূলকৈ কংগ্ৰেছৰ এটি চমু পৰিচয় দিব খুজিছোঁ। একে আষাৰে কবলৈ গলে এই শতিকাৰ আগ ভাগৰ কংগ্ৰেছৰ বুৰঞ্জীয়েই ভাৰতৰ মুক্তি যুঁজৰো ইতিহাস।

বহু শতাব্দী ধৰি ভাৰত পৰাধীন আছিল। আগৰ কথা বাদ দি ইংৰাজ ভাৰ-তলৈ অহাৰপৰা ধৰিলেও কংগ্ৰেছৰ বিষয়ে এখন ডাঙৰ বুৰঞ্জী হয়। ইংৰাজসকল ভাৰতলৈ প্ৰথমতে বেহা-বেপাৰ কৰিবলৈহে আহিছিল। সেইদৰে অলপ আগা-পিছাকৈ ফৰাচী জাতি আৰু হলেণ্ডৰ ডাচ জাতিও আহিছিল। সেই দিনত ভাৰতবৰ্ষ এখন ধন-ৰত্নেৰে চহকী দেশ বুলি জগত বিখ্যাত আছিল। এই বণিক জাতিসমূহে ভাৰতৰ লগত বাণিজ্য কৰি ধন-সোণ ঘটিবলৈ আহিছিল। কালক্ৰমত বাণিজ্যৰ কাৰণে ভাৰতত যি বস্তু-বাহানি কিনি থব লাগে সেইবোৰ ৰাখিবৰ নিমিত্তে গুদামৰ দৰকাৰ হ'ল। গুদাম যেতিয়াই দৰকাৰ হ'ল তাৰ নিমিত্তে ঘৰৰো প্ৰয়োজন। গুদাম ঘৰ-বিলাক সাজিবলৈ আকৌ মাটিৰ দৰকাৰ হ'ল। ছলে বলে কৌশলে দেশীয় নবাব কিম্বা ৰজাসকলৰ পৰা এই বেপাৰী জাতিবিলাকে মাটি সংগ্ৰহ কৰিলে। অকল মাটি সংগ্ৰহ কৰি গুদাম ঘৰ সাজি তাত বেহা-বেপাৰৰ দ্ৰব্য সামগ্ৰী ৰাখিলেই নহয়,

তাত ৰখীয়াৰো প্ৰয়োজন হ'ল। এই ৰখীয়াসকলৰ দল গঠন কৰোঁতে কৰোঁতে একো একোটা ফৌজ আৰু গড় ( fort ) হ'ল। আৰম্ভনিতে ফৰাচী আৰু বৃটিছ ফৌজৰ ভিতৰত ভাৰতৰ অংশ বিশেষৰ প্ৰতিপত্তি লৈ যুদ্ধ হৈছিল। ডুপ্লেৰ নেতৃত্বত ফৰাচী সৈন্যক ক্লাইভৰ নেতৃত্বত ইংৰাজ সৈন্যই হৰুৱায়। পণ্ডিচেৰী, চন্দন নগৰৰ নিচিনা সামান্য ঠাই ৰাখি ফৰাচীসকলে ভাৰত এৰি যাবলৈকে বাধ্য হ'ল। সেইদৰে পৰ্তুগীজ সকলেও গোৱা দমন দিউ প্ৰমুখ্যে সামান্য পাঁচ খণ্ড ঠাই ভাৰতত ৰাখি ভাৰত এৰি যোৱাত বৃটিছৰ ইণ্ট ইণ্ডিয়া কোম্পানীৰ, অৰ্থাৎ যি কোম্পানীয়ে ভাৰতৰ লগত বেহা-বেপাৰ কৰিছিল, আধিপত্য হ'ল। কালক্ৰমত বৃটিছৰ বেপাৰী ইণ্ট ইণ্ডিয়া কোম্পানীয়ে ছলে বলে কৌশলে, যুদ্ধ আৰু নানা প্ৰবঞ্চনাৰে ভাৰতৰ এখন ৰাজ্যৰ পাছত আনখন দখল কৰি লাহে লাহে বাণিজ্য চপাই আনি, দেশত আধিপত্য বিস্তাৰ কৰি ৰাজকীয় ক্ষমতাৰে শাসন চলাবলৈ ধৰিলে।

এইদৰে এহাতে বাণিজ্য আৰু আনহাতে সৈন্য সামন্তৰ অধিকাৰী হৈ দেশ শাসন কৰিবলৈ লৈ ইণ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰতৰ সকলো ধন ৰত্ন লুটি লৈ আৰু ভাৰতৰ স্থায়ী শিল্প উদ্যোগ ছলে বলে কৌশলে ধ্বংস কৰি ভাৰতক টোকোনা কৰিবলৈ ধৰিলে। ভাৰতত এনে ভাবে লুটপাট আৰু অত্যাচাৰ কৰাৰ কথা লাহে লাহে ইংলণ্ডৰ ইংৰাজসকলৰ কাণত পৰিলগৈ। ইণ্ট ইণ্ডিয়া কোম্পানীৰ অন্যায় অত্যাচাৰৰ আৰু উৎপীড়নৰ কথা বৃটিছ পাৰ্লেমেণ্টত ওলোৱাত ১৮শ শতিকাৰ শেষৰফালে এডমাণ্ড বাৰ্ক, চেৰীদান, ফক্স আদিয়ে ইণ্ট ইণ্ডিয়া কোম্পানীৰ দুষ্কাৰ্যবিলাক বৃটিছ প্ৰজাসমূহৰ কাণত তুলিলে। পাৰ্লেমেণ্টত এডমাণ্ড বাৰ্কে ওৱাৰেণ হেষ্টিংচৰ বিৰুদ্ধে তোলা গৰিহণা প্ৰস্তাৱ ভোটত হাৰিল যদিও ভাৰতত বৃটিছসকলে কেনেকুৱা দুৰ্ঘোৰ দুৰ্নীতিমূলক অত্যাচাৰ আৰু দুষ্কাৰ্য কৰিছে সেই সকলো কথা বৃটেইনত ৰাষ্ট্ৰ হৈ পৰিল।

১৭৭৪ চনত ইণ্ট ইণ্ডিয়া কোম্পানীৰ ডাইৰেক্টৰসকলৰ ওপৰত 'ৰেগুলেটিং এক্টৰ' দ্বাৰা 'বৰ্ড অৱ কণ্ট্ৰোল' এখন পাতি দিয়া হ'ল। এই বৰ্ডৰ শাসন দায়িত্ব ক্ৰমান্বয়ে বৃদ্ধি পাবলৈ ধৰিলে। ১৭৮৫ শকত ঠিক এনে ভাৱৰে আৰু এখন আইন প্ৰণয়ন হৈছিল। বৃটিছ গৱৰ্ণমেণ্টে ইণ্ট ইণ্ডিয়া কোম্পানীক সময়ে সময়ে চনদ দিয়ে আৰু এই চনদৰ জৰিয়তেহে ইণ্ট ইণ্ডিয়া কোম্পানীয়ে বেহা-বেপাৰ কিম্বা শাসন কৰিব পাৰিছিল। ১৮৩৩ চনত যি চনদ দিছিল তাত এটা চৰ্ত আছিল যে ভাৰতত কোনেও জন্ম জাতি কিম্বা বৰ্ণৰ নিমিত্তেই কোনো চৰকাৰী চাকৰিৰ কাৰণে অযোগ্য নহব। কিন্তু এই আইন কাগজতহে থাকিল, কাৰ্যক্ষেত্ৰত ই নাখাটিল।

ভাৰতবাসীয়ে দায়িত্বপূৰ্ণ বিষয়াৰ বাব পোৱা নাছিল। সময়ে সময়ে বৰ নিকৰুণ মানুহ ভাইচৰয় হিছাপে আহিছিল আৰু কেতিয়াবা কাচিতহে এজন ভাল বা উদাৰমনা লোক আহিছিল; যেনে চাৰ্লচ মেটকাফে ভাৰতৰ প্ৰেছ আইন ঢিলাই দিছিল আৰু কিছুমান শাসনৰ সংস্কাৰ আনিছিল। আনহাতে লৰ্ড লিটন আৰু হেষ্টিংচৰ নিচিনা দুষ্ট মানুহে ভাইচৰয় গাদীত বহিবলৈ পাই ভাৰতৰ অশেষ অনিষ্ট সাধন কৰিছিল। লৰ্ড চেলচ্‌বেৰীয়ে আই-চি-এচ পৰীক্ষা দিব পৰা বয়স কমাই দি ভাৰতীয়সকলক

অশেষ অসুবিধাত পেলাইছিল। সেইদৰে লৰ্ড লিটন গভৰ্ণৰ জেনেৰেলে হে ভাৰতীয় ভাষাৰ ছপাখানা আইনখন কটকটীয়া কৰি মষিমূৰ কৰিবলৈ যত্ন কৰিছিল। একে-দৰেই ভাৰতীয়সকলে বন্দুক ৰাখিব নোৱাৰাকৈ আৰ্মচ এক্টখন এনেভাৱে সজাইছিল যে ভাৰতত বিদেশীসকলে বন্দুক বাৰুদ লৈ ঘূৰি ফুৰিব পাৰিব, অথচ ভাৰতীয়সকলে নিজে বন্দুক বা গুলী লোৱাটো অত্যন্ত কঠিন হব। অৰ্থাৎ প্ৰভুসকলে ভৃত্য-সকলৰ হাতত আগ্নেয়াস্ত্ৰ দি হাত এৰি হেতাজি খেলিবলৈ নিষিদ্ধ কৰিছিল।

লৰ্ড উইলিয়ম বেণ্টিকৰ দিনতেহে আকৌ ছপাশাল আইনখন ঢিলাই দিয়া হৈছিল। তেওঁৰ পৰবৰ্তী গভৰ্ণৰ জেনেৰেল চাৰ চাৰ্লচ মেটকাফে ছপাশালৰ ওপৰত বাধা নিষেধ উঠাই দিছিল। বৰ্ড অৱ কণ্ট্ৰলৰ নিৰ্দেশ মতে ভাৰতৰ নতুন ৰাজ্য জয় কৰা নিষেধ আছিল। তথাচ ১৮৩৩ আৰু ১৮৫৩ চনৰ ভিতৰত পঞ্জাৱ আৰু সিন্ধুদেশ জয় কৰি ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ৰাজ্যভুক্ত কৰিবলৈ ললে। লৰ্ড ডেলহাউচিৰ গভৰ্ণৰ জেনেৰেলৰ কালছোৱাত যি ৰজা বা নবাবৰ উত্তৰাধিকাৰী নাছিল সেই সকল ৰাজ্যও কোম্পানীয়ে অধিগ্ৰহণ কৰি ললে। তদুপৰি কু-শাসনৰ অভিযোগত আউধ প্ৰদেশখন (আগ্ৰা আৰু অযোধ্যা, এতিয়াৰ উত্তৰ প্ৰদেশ) বৃটিছৰ তললৈ গ'ল। আউধ নবাবৰ বিধৱা পত্নী দুগ্ৰবাকীয়ে বৃটিছ পাৰ্লামেণ্ট আৰু ৰাণীলৈ দিয়া সকলো আবেদন নিবেদন অৰণ্য ৰোদনত পৰিণত হৈছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ এই সকলোবিলাক অবৰ্ণনীয় আৰু নৃশংস অত্যাচাৰ-অবিচাৰৰ ফল স্বৰূপে ১৮৫৭ চনত চিপাহী বিদ্ৰোহ হ'ল আৰু ৰাণী ভিক্‌টোৰীয়াৰ ঘোষণা অনুযায়ী ইষ্ট ইণ্ডিয়া কোম্পা-নীৰ অধিকৃত ভাৰত পোনপটীয়া হিচাপে বৃটিছ ৰাজশাসনৰ তললৈ গ'ল। চিপাহী বিদ্ৰোহৰ বাহ্যিক কাৰণ আছিল ধৰ্ম ভিত্তিক বা আন তেনে ধৰণৰ কেইটামান বিষয়, তথাপি ইতিহাসে স্পষ্টভাৱে দেখুৱাই যে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰতবাসীসকলৰ ওপৰত কৰা অবৰ্ণনীয় অত্যাচাৰ-অবিচাৰ আৰু লুটপাত আদিয়েই এই বিদ্ৰোহৰ মূল কাৰণ আছিল। মহাৰাণী ভিক্‌টোৰীয়াৰ ৰাজকীয় ঘোষণাই তেতিয়া ভাৰতীয় বাইজৰ কিছু অসন্তুষ্টি গুচাই শান্তি ঘূৰাই আনিছিল। ভাৰতৰ মূৰ জিজিকা মুছলমান পৰিয়ালবিলাকক ১৮৫৭ চনৰ বিদ্ৰোহৰ পিছত এনেদৰে মষিমূৰ কৰা হৈছিল যে তাৰে কোনো শেষ নেথাকিছিল। তেওঁলোকক মষিমূৰ কৰাৰ কাৰণ আছিল তেওঁলোকে যাতে আকৌ বৃটিছৰ বিৰুদ্ধে কোনো বিদ্ৰোহ কৰিব নোৱাৰে। ১৮৫৭ চনত অসমতো বিদ্ৰোহ জাগি উঠিছিল আৰু এই বিদ্ৰোহ দমন কৰাৰ লগে লগে মণিৰাম দেৱান আৰু পিয়লী ফুকনক ফাঁচী দিয়া হৈছিল।

এইখিনিতে এটা কথা মন কৰিবলগীয়া যে বৃটিছ গৱৰ্ণমেণ্টে নিজৰ হাতত ভাৰতৰ শাসন ভাৰ লোৱাত ভাৰতবাসীয়ে ইয়াক ঈশ্বৰৰ আশীৰ্বাদ বুলিহে ভাবিছিল। এনে অস্বাভাৱিক অৱস্থা অৰ্থাৎ পৰাধীনতাক আদৰ কৰাৰ প্ৰধান কাৰণ আছিল যে ইতিপূৰ্বে মুছলমান শাসনৰ শাসনৰ অত্যাচাৰত ভাৰতীয় হিন্দুসকল জৰ্জৰিত হৈ পৰিছিল।

বৃটিছে ভাৰতৰ শাসন ভাৰ ললে যদিও আৰু বৃটিছৰ শাসনৰ ভিতৰত ভাৰতৰ প্ৰতি সহানুভূতিশীল লোক বহুতো আছিল যদিও, তেওঁলোকে ভাৰতত সু-শাসন প্ৰৱৰ্তন

হৈছিল বুলি ক'ব নোৱাৰি। যেতিয়া ভাৰতৰ হাজাৰ-বিজাৰ লোক অনাহাৰ আৰু আকালত মৰিছিল, তেতিয়া মহাৰাণী ভিক্টোৰীয়াই ভাৰতৰ সম্ৰাজ্ঞী ৰূপে দিল্লীত এখন ডাঙৰ দৰবাৰ পাতিছিল। আনহাতে তেতিয়া আফগানিস্তানৰ লগতো যুদ্ধ চলি আছিল। মিঃ হিউমে (এইজন মহানুভৱ ইংৰাজৰ বিষয়ে অলপ পাছত উল্লেখ কৰা হ'ব) চাৰ অক্‌লেণ্ডলৈ এইদৰে লিখিছিল—

(ক) বৰ খৰচী আৰু অনুপযুক্ত দেৱানী আদালতবিলাক

(খ) দুৰ্নীতি পৰায়ণ আৰু অত্যাচাৰী পুলিচ

(গ) কঠোৰ ৰাজহ আইন

(ঘ) অত্যন্ত বিৰক্তিজনক অস্ত্ৰ আৰু জংঘলী আইন প্ৰৱৰ্তনে ভাৰতৰ ৰাইজক অতীষ্ঠ কৰি তোলাত ভাৰতবাসীৰ মাজত গুৰুতৰ অসন্তুষ্টিৰ ভাৱ সৃষ্টি হৈছিল। এই অসন্তুষ্টিয়ে যে এদিন হঠাৎ ভাৰতত অদমনীয় বিদ্ৰোহৰ অগ্নি জ্বলাই তুলিব পাৰিব সেই কথা তালেকেইজন ভাৰতীয় আৰু ইংৰাজ হিতৈষীয়েও উপলব্ধি কৰিছিল। হিউমে চিন্তা কৰি পাইছিল যে তুঁহ জুইৰ দৰে উমাই উমাই জ্বলি থকা এই অসন্তুষ্টি শাম কটাবৰ একমাত্ৰ উপায় হৈছে সমূহ ৰাইজৰ প্ৰতিনিধিমূলক এখন ডাঙৰ সভা পাতি সকলো অভাৱ-অভিযোগ আৰু অন্যায়-অবিচাৰবিলাক প্ৰকাশ্যে আলোচনা কৰা আৰু সেইবিলাকৰ শান্তিপূৰ্ণভাৱে মীমাংসা কৰা। হিউমৰ এই চিন্তাশীল মনোভাৱেই কংগ্ৰেছৰ জন্মৰ বীজ ৰোপণ কৰিছিল।

এনে এটা জাতীয় জনসমাগমৰ বিষয়ে গভীৰ চিন্তা কৰি ১৮৮৩ চনৰ ১ মাৰ্চ তাৰিখে হিউমে কলিকতা বিশ্ববিদ্যালয়ৰ ছাত্ৰসকললৈ পঞ্চাশ জন নিঃস্বাৰ্থ, নিৰ্ভীক, সত্যবাদী, নৈতিকতাপূৰ্ণ আৰু আত্মসংযমী যুৱক ভিক্ষা কৰি এখন হৃদয় আলোড়নকাৰী চিঠি দিছিল।

হিউমে এই আদৰ্শ দাবি ধৰিছিল যে এখন গণতান্ত্ৰিক সংবিধানত ব্যক্তিগত আকাংক্ষা বৰ্জন কৰি এটা দৃঢ় মত প্ৰতিষ্ঠা কৰাৰ স্বত্ব যাৰ থাকে আৰু যি সৰ্বাঙ্গীন আদৰ্শত ব্ৰতী হ'ব পাৰে সেইজনেই সৰ্বশ্ৰেষ্ঠ সেৱক হওক।

হিউমে কোনো কথাতেই হীনদেছি নকৰি স্পষ্টকৈ কৈছিল যে ছাত্ৰসকলে যদি ব্যক্তিগত আয়াস আৰু সুখ বিসৰ্জন দিবলৈ প্ৰস্তুত নহয় তেনেহ'লে অন্ততঃ বৰ্তমান সময়ত সকলো উন্নতি বা প্ৰগতিৰ আশা বিসৰ্জন দিব লাগিব। তেতিয়া বুজিব লাগিব যে ভাৰতে সঁচাকৈয়ে বৰ্তমান চলি থকা শাসনতকৈ ভাল শাসন নিবিচাৰে আৰু ইয়াৰ কাৰণে ভাৰতৰ লোক উপযুক্ত নহয়।

হিউমে কলিকতা বিশ্ববিদ্যালয়ৰ ছাত্ৰসকললৈ দিয়া চিঠিখনৰ সামৰণি ভাগত লিখিছিল—

"আৰু যদি দেশৰ চিন্তাশীল নেতৃবৰ্গও ইমানেই দুৰ্বল, নিকৃষ্ট জীৱ হয়, নাইবা নিজৰ ব্যক্তিগত স্বাৰ্থলৈ এনে ব্যস্ত থাকে যে দেশৰ হকে থিয় দিবলৈ তেওঁলোকৰ সময় বা সাহসৰ অভাৱ ঘটে, তেনেহ'লে তেওঁবিলাকক উচিত আৰু ন্যায়সঙ্গত ভাৱেই পৰাধীন আৰু পদদলিত কৰি ৰখা হৈছে, কিয়নো তেওঁলোকে তাতকৈ ভাল অৱস্থাৰ উপযুক্ত নহয়। প্ৰতি জাতিটোৱেই প্ৰকৃততে ঠিক এনে শাসনেই পাই, যিৰূপ নিমিত্তেই তেওঁবিলাক উপযুক্ত। যদি জাতিটোৰ বিশিষ্ট আৰু উচ্চতম শিক্ষিত ব্যক্তি (হেনো)

আপোনালোকে ব্যক্তিগত স্বাচ্ছন্দ্য আৰু স্বাৰ্থ পৰিহাৰ কৰি আপোনালোকৰ আৰু দেশৰ অধিক স্বাধীনতা, এটা অধিক নিৰপেক্ষ প্ৰশাসন ব্যৱস্থা আৰু আপোনালোকৰ দেশৰ কাৰ্যসমূহত অধিকতৰ অংশ গ্ৰহণ কৰিবলৈ দৃঢ় সংকল্পৰে সৈতে আন্দোলন কাৰ্য নকৰে, তেতিয়াহলে আমি, আপোনাসকলৰ বন্ধুসকল, ভ্ৰান্ত আৰু আমাৰ প্ৰতিপক্ষ (বিৰোধী )সকলৰ মতেই শুদ্ধ, তেনেহলে লৰ্ড ৰিপণৰ আপোনালোকৰ ভাৱৰ দিশিয়ে আকাংক্ষাবোৰ নিস্ফল আৰু সপোন তুল্য হব, তেনেহলে অন্ততঃ বৰ্তমান কালৰ সকলো প্ৰগতিৰ আশাৰ শেষ হৈছে আৰু ভাৰতে যন্ত্ৰৱতে এতিয়া যি শাসন পাইছে তাতকৈ বেছি ভাল শাসন নিৰিচাৰেও আৰু পাবৰ যোগ্যতাও নাই। যদি এয়ে হয় তেনেহলে আপোনালোকক মাকী-জৰী লগাই টানি লৈ ফুৰা হৈছে আৰু শিশুৰ দৰে ব্যৱহাৰ কৰা হৈছে বুলি বিবাদকাৰী, অসন্তোষীয়া আপত্তিবিলাক যেন আমাক আৰু নুশুনায়, কাৰণ আপোনালোকে নিজকে তেনে স্বৰূপেই প্ৰমাণিত কৰিছে। মানুহে কি কৰিব লাগে সেইটো জানে। গুৰুত্বপূৰ্ণ পদবিলাকত আপোনালোকতকৈ ইংৰাজক অগ্ৰাধিকাৰ দিয়া হয় বুলি আপত্তি থকা উচিত নহয়। কিয়নো যি আত্মোৎসৰ্গৰ উচ্চতম দিশটোৱে মানুহক ৰাজহুৱা স্বাৰ্থৰ আগত ব্যক্তিগত বিষয় তুচ্ছ জ্ঞান কৰিবলৈ শিকায়, যি দেশাত্মবোধে ইংৰাজসকলক এনেদৰে গঢ়ি তুলিছে, সেই জনতা মুখী শক্তি যদি আপোনালোকৰ অভাৱ হয় তেনেহলে আপোনালোকতকৈ তেওঁলোকক অগ্ৰাধিকাৰ দিয়াটো উচিত হৈছে, আৰু উচিত ভাৱেই আৰু অপৰিহাৰ্য ৰূপেই তেওঁবিলাক আপোনালোকৰ ওপৰত শাসক আৰু ভাগ্যনিয়ন্তা হৈছে। (দাসত্বৰ) মুঁৰলীৰ ঘঁহনিত হোৱা আপোনালোকৰ কান্ধৰ বিষ লৈ কেতিয়াও আপত্তি নকৰিব যেতিয়ালৈকে আপোনালোকে এই চিৰন্তন মহাসত্য উপলব্ধি নকৰে যে আত্মত্যাগ আৰু স্বাৰ্থহীনতাই স্বাধীনতা আৰু সুখৰ একমাত্ৰ অনিবাৰ্য সম্বল (উপায়)"। (পৰিশিষ্টত এই চিঠিৰ মূল ইংৰাজী কপি দিয়া হৈছে )।

মিঃ হিউমে সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ ছাত্ৰসকললৈ লিখা চিঠিখন দিয়াৰ উদ্দেশ্য এয়ে যে এই কথা আজিও আমাৰ কাৰণে প্ৰযোজ্য। স্বাধীনতা পোৱাৰ পাছৰ পৰা দুই চাৰিজনৰ বাদে ভাৰতবাসীসকল হ'ল স্বাৰ্থ পৰায়ণ আৰু ছাত্ৰসকল হ'ল বিলাসী। দুৰ্নীতিৰ সুবিধা-সুযোগ থকা লোকসকলৰ শতকৰা ৯০ জন লোকেই দুৰ্নীতিপৰায়ণ আৰু চৰিত্ৰহীন। মই মোৰ নিজৰ দেশবাসীক এনেদৰে নিন্দা কৰি অত্যন্ত দুখ পাইছোঁ। কিন্তু সত্য কথা ক'বই লাগিব, তেহে যদি এশ জনৰ ভিতৰত অন্ততঃ এজনৰ বিবেকত আঘাত কৰে।

১৮৫১ চনত বঙ্গদেশত ব্ৰিটিছ ইণ্ডিয়া এছচিয়েশ্যন আৰম্ভ হয়, আৰু এই অনুষ্ঠান হাতত লৈয়ে ডঃ ৰাজেন্দ্ৰ লাল মিত্ৰ আৰু ৰাম গোপাল ঘোষে কেইবা বছৰো ৰাজহুৱা কাম সম্পাদন কৰে। বঙ্গদেশক দেখি বোম্বাইতো দাদাভাই নৌৰজীৰ নেতৃত্বত 'বম্বে এছচিয়েশ্যন' গঢ়ি উঠিল। গত শতাব্দীৰ সপ্তম দশকত ই ইষ্ট ইণ্ডিয়া এছচিয়েশ্যনত পৰিণত হ'ল। দাক্ষিণাত্যত 'হিন্দু' কাগজখনেই ৰাজনীতি প্ৰচাৰৰ আৰু আৰম্ভণিৰে পৰা ভাৰতৰ স্বাধীনতা আন্দোলন গঢ়ি তোলাৰ একমাত্ৰ বাহন।

বঙ্গদেশত আকৌ ইণ্ডিয়ান এছচিয়েশ্যন স্থাপন কৰা হ'ল ১৮৭৬ চনত। এই অনুষ্ঠানৰ উদ্যোক্তাসকল আছিল সুৰেন্দ্ৰনাথ বন্দোপাধ্যায় আৰু আনন্দ মোহন বসু।

১৮৭৬ চনত ভাৰতত অতি কমেও ৪৭৫ খন কাকতি আছিল বুলি জনা যায় আৰু ইয়াৰ বেছি ভাগেই প্ৰাদেশিক ভাষাত প্ৰকাশিত।

১৮৭৭ চনত দিল্লীত এখন ডাঙৰ দৰবাৰ পতা হৈছিল। এই দৰবাৰত দেশীয় ৰাজন্যবৰ্গ আৰু ভাৰতৰ নাম জিলিকা লোকসকল উপস্থিত আছিল। ইয়াৰ অলপ আগতে সুৰেন্দ্ৰ নাথ বন্দোপাধ্যায় ইণ্ডিয়ান চিভিল চাৰ্ভিচৰ পৰা মুক্ত হৈ দেশৰ কামত লাগিছিল। এই দিল্লীৰ দৰবাৰখনত ৰজা-প্ৰজাৰ সমবেত এক বৃহৎ সমাবেশ দেখাৰ অভিজ্ঞতাৰে কংগ্ৰেছৰ ভাৱটো অৰ্থাৎ জাতীয় সমস্যাবিলাক সমাধান কৰিবলৈও এনে এখন বিৰাট সভা পতাৰ ভাৱটো বন্দোপাধ্যায়ৰ মনলৈ আহিছিল। ১৮৭৮ চনত বন্দোপাধ্যায় ডাঙৰীয়াই বোম্বাই আৰু মাদ্ৰাজৰ সভাবিলাকলৈ গৈ জনসাধাৰণক উদ্গনি দিবলৈ ধৰিলে।

এনে সময়তে লৰ্ড লিটনে ১৮৭৮ চনৰ ভাৰতীয় ছাপাশাল আইন, আফগান যুদ্ধ, ১৮৭৭ শকত দিল্লীত বহা দৰবাৰৰ খৰচ ভাৰতবাসীৰ ওপৰত জাপি দিয়া আৰু কপাহৰ ওপৰত আমদানী কৰ বহুৱাকে আদি কৰি প্ৰতিক্ৰিয়াশীল কাৰ্য্যবিলাক আৰম্ভ কৰিছিল। ওপৰত উল্লেখ কৰি অহা হৈছে যে লৰ্ড লিটনৰ দুষ্কাৰ্য্যবিলাকৰ অন্ত কৰিলে ইলবাৰ্ট বিল নামৰ এখন আইন প্ৰবৰ্তনে। এই বিলে ভাৰতীয় মেজিষ্ট্ৰেট কিম্বা জজে ইংৰাজ আৰু আমেৰিকান দোষীসকলৰ বিৰুদ্ধে কোনো অপৰাধৰ গোচৰ আনিলেও দেশী মেজিষ্ট্ৰেট কিম্বা জজে বিচাৰ কৰা যি ক্ষমতা নাছিল সেই ছেদটো উঠাই দিবলৈ বিচাৰিছিল। অৰ্থাৎ এই বিল আইনত পৰিণত হলে দেশী মেজিষ্ট্ৰেট কিম্বা জজেও ইংৰাজ অথবা আমেৰিকান দোষীক বিচাৰ কৰিব পাৰিব। ইলবাৰ্ট আছিল ভাৰত গৱৰ্ণৰ জেনেৰেলৰ আইন সচিব। এংলো ইণ্ডিয়ানসকলে এই বিলৰ দুৰ্ঘোৰ বিৰোধিতা কৰিছিল আৰু গোপনে চক্ৰান্ত কৰিছিল যে ভাইচৰয়ৰ প্ৰসাদৰ চতুৰী দুৰ্বৃত্ত-সকলক বল প্ৰয়োগৰ দ্বাৰা পৰাস্ত কৰি ভাইচৰয়ক গাৰ বলেৰে ধৰি আনি ইতিপূৰ্বে হুগলী নৈৰ চান্দপাল ঘাটত প্ৰস্তুত কৰি ৰখা জাহাজত তুলি 'কেপ অব গুদ হুপে' দি ইংলণ্ডলৈ ঘূৰাই পঠাব।

লৰ্ড লিটনৰ পাছত লৰ্ড ৰিপণ ভাৰতৰ গৱৰ্ণৰ জেনেৰেল হৈ আহিয়েই এটা নতুন যুগৰ সূচনা কৰিলে। তেওঁ আফগানিস্তানৰ সৈতে যুদ্ধ সন্ধিৰ দ্বাৰা মীমাংসা কৰিলে, দেশী ভাষাৰ ছপাশালৰ ওপৰত আৰোপ কৰা কট্‌কটীয়া আইন উঠাই দিলে, স্থানীয় স্বায়ত্ব শাসনৰ বিষয়ত উৎসাহ উদগনি যোগালে, ইলবাৰ্ট বিল পাছ কৰিবলৈ যত্ন কৰিলে।

শেষত ১৮৮৩ চনত পূৰ্বতে প্ৰস্তুত কৰা ইলবাৰ্ট বিলৰ আইনত পৰিণত হোৱাটো মাত্ৰ অকাটোহে ব'লাগে। ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেট আৰু চেচন জজেহে সোধ কৰিব পৰা ক্ষমতা যত্নটো ৰ'লাগে, মেজিষ্ট্ৰেটে বিচাৰ কৰিব নোৱাৰিব।

এংলো ইণ্ডিয়ানসকলৰ এই কৃতকাৰ্য্যতাৰ গুৰিতে আছিল বৰ্ণ বিদ্বেষ আৰু জাতি বৈষম্য। ইয়াৰ পৰা কিন্তু অভিশাপেই আশীৰ্বাদ হ'ল। অৰ্থাৎ ভাৰতীয়-সকলৰ চকু পৰিল। ১৮৮৩ শকত কলিকতাৰ এলবাৰ্ট হলত ৰাজনৈতিক সভা ( Political Conferance ) পতা হৈছিল। ১৮৭৭ চনৰ দিল্লী দৰবাৰৰ উদা-

হৰণ দি সুৰেন্দ্ৰ নাথ বন্দোপাধ্যায়ে তেওঁৰ উদ্বোধনী ভাষণত কৈছিল যে ভাৰতীয়সকলৰ ঐক্যৰ নিমিত্তে এনে এখন মহাসভাৰ আৱশ্যক। ১৮৮৪ শকত কলিকতাৰ আন্তৰ্জাতিক প্ৰদৰ্শনী হৈছিল। যেভাবেও জনমূহকে কংগ্ৰেছৰ উৎস এই প্ৰদৰ্শনীতে দেখিবলৈ পায়। ১৮৭৫ শকত বোম্বাই প্ৰেছিডেন্সী এছচিয়েশ্যন গঠিত হয়। মেহতা, টেলাঙ আৰু তৈয়বজীয়ে ইয়াৰ নেতৃত্বৰ ভাৰ লয়।

১৮৭৭ চনৰ দিল্লীৰ দৰবাৰ আৰু ১৮৮৪ চনৰ কলিকতাৰ আন্তৰ্জাতিক প্ৰদৰ্শনীৰ উপৰিও মাদ্ৰাজৰ 'থিয়চফিকেল কনভেনচন' শেষ কৰাৰ লগে লগেই ১৭ গৰাকী নেতাই গোপনে সকলো তৰফৰ ভাৰতীয়ক লৈ এখন মহাসভাৰ কথা আলোচনা কৰিছিল। বাস্তৱপক্ষে মিঃ হিউমে চৰকাৰী চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছত গঠন কৰা 'ইণ্ডিয়ান ইউনিয়নেই' কংগ্ৰেছ মহাসভাৰ আৰম্ভণি বুলি যথাৰ্থতে ক'ব পাৰি। ১৮৮৫ শকৰ এই কালছোৱাত অকল ৰাজনৈতিক অভ্যুত্থানেই নহয় ভাৰতৰ এটা Renaissance অৰ্থাৎ পুনৰ জাগৰণ কিম্বা নৱোন্মেষ বুলি ক'ব পাৰি। ৰাজা ৰামমোহন ৰায়ে সামাজিক বিষয়ত নতুন ভাৱধাৰাৰ উন্মেষ কৰিলে আৰু গণতন্ত্ৰৰ নিমিত্তে বেছিকৈ হেঁচা দিবলৈ ধৰিলে। আইনৰ দ্বাৰা সতীযোৱা প্ৰথা বন্ধ কৰা হ'ল আৰু বয়সপ্ৰাপ্ত কন্যা বিয়া দিব পৰা আইন কৰা হ'ল। ৰাজা ৰামমোহন ৰায়ৰ গুৰুত্বপূৰ্ণ প্ৰভাৱতে ভাৰতত ইংৰাজী ভাষা প্ৰচলনৰ সূত্ৰপাত হয়। ৰাজা ৰামমোহন ৰায়ৰ যত্ন নোহোৱা হলে সেই সময়ত চলা তৰ্ক বিতৰ্কলৈ চাই ইংৰাজী ভাষাই দ্বিতীয় স্থানহে ল'ব পাৰিলেহেঁতেন। ৰাজা ৰামমোহন ৰায়ৰ সমসাময়িক কেশৱচন্দ্ৰ সেনে পাছত সামাজিক সংস্কাৰৰ ভৰি ধৰিলে। ৰাজা ৰামমোহন ৰায়ে প্ৰতিষ্ঠা কৰি যোৱা ব্ৰাহ্মসমাজ অধিক দৃঢ়ভাবে কেশৱচন্দ্ৰ সেনে সম্প্ৰসাৰণ কৰিলে।

কেশৱচন্দ্ৰৰ জীয়েকক কম বয়সতে কোচবিহাৰৰ ৰজালৈ বিয়া দিয়াত ব্ৰাহ্মসকলৰ মাজত দুটা দল হয়। এটা দলে সাধাৰণ ব্ৰাহ্ম হবাপে ফাটি গ'ল। ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহ দমন হল হয়, কিন্তু ইয়াৰ পাছতে ১৮৫৮ চনত বিশ্ববিদ্যালয়, ১৮৬১ আৰু ১৮৬৩ চনত হাইকোৰ্ট আৰু লেজিচ্‌লেটিভ্ কাউন্সিল স্থাপন হ'ল। তাৰ পাছতে ১৮৭২ চনৰ চিভিল-মেৰেজ আইনখনো পাচ হ'ল।

ব্ৰাহ্মসমাজৰ প্ৰভাৱ কম-বেছি পৰিমাণে ভাৰতৰ সকলো প্ৰদেশতে পৰিছিল। পুণাত ৰাণাদেৰ নেতৃত্বত প্ৰাৰ্থনা সমাজ স্থাপিত হৈছিল। এইদৰেই বিভিন্ন ঠাইবিলাকৰ নামেৰে সামাজিক সংস্কাৰমূলক সভা-সমিতিবোৰ গঢ়ি উঠিছিল।

এইবিলাকৰ পৰা এটা বিপৰীত ক্ৰিয়াও হৈছিল। কিয়নো এই সকলোবিলাক সংস্কাৰেই ইংলণ্ডৰ অৰ্থাৎ পশ্চিমৰ সংস্পৰ্শত আহি হোৱা মনোভাবৰ ফল। অন্যান্যতে পূৰ্বৰ ঐতিহ্য ৰক্ষা কৰিবলৈ বিশেষ ভাৰতবৰ্ষত, এই সংস্কাৰবিলাকৰ প্ৰতিক্ৰিয়া কিম্বা ভাৰতীয় সংস্কাৰৰ উদ্ভৱ হ'বলৈ বেছি সময় নেলাগিল। এই সংস্কাৰবিলাক যেনেকৈ সমাজক উন্নত অৱস্থালৈ নিয়াৰ বাহন বুলি ধৰা হৈছিল তেনেকৈয়ে আকৌ এই বিলাকতে ভাৰতীয়সকলক জাতীয়তা ভাৱৰ পৰা আঁতৰাই নিয়াৰ আশংকাও দেখা দৈছিল। এনে আশংকাতে বোধহয় উত্তৰ পশ্চিম ভাৰতত স্বামী দয়ানন্দ সৰস্বতীয়ে আৰ্য সমাজ স্থাপন কৰিছিল আৰু দাক্ষিণাত্যৰ পৰা থিয়চফি-

কেল আন্দোলনে বিজতবীয়া ভাব দূৰীকৃত কৰিবলৈ প্ৰয়াস পাইছিল। এই দুয়োটা আন্দোলনেই জাতীয়তাবাদী আছিল। আৰ্য্য সমাজে গুৰুকুল আৰু বৈদিক ব্ৰহ্মচৰ্য্যৰ আদৰ্শ দাঙি ধৰিছিল। এই সংস্পৰ্শত প্ৰাতঃস্মৰণীয় স্বামী শ্ৰদ্ধানন্দ আৰু লালা ৰাজপত ৰয়ৰ অৱদান অবিস্মৰণীয়। থিয়চফিকেল আন্দোলনে পাশ্চাত্য জগতৰ অতীত গৌৰবোজ্জ্বল জীৱন আৰু সমাজৰ আদৰ্শ সভ্য জগতৰ সন্মুখত দাঙি ধৰি সেইবিলাকৰ প্ৰতি ভাৰতীয়সকলকৰ চিত্ত আকৰ্ষণ কৰিবলৈ যত্ন কৰিছিল। ইয়াৰ গুৰি ধৰোঁতা মিচেচ এনিবেচান্টে ভাৰতৰ পুণ্যভূমি কাশীত এটা কলেজ স্থাপন কৰিছিল। এনেবোৰ ঘাত-প্ৰতিঘাতৰ সময়তে ভাৰতত জাতীয় মহাসভাৰ (ইণ্ডিয়ান নেশ্যেনেল কংগ্ৰেছৰ) জন্ম হয়। আৰম্ভণিতে কংগ্ৰেছ সংগঠন কৰোঁতাসকলৰ প্ৰধানতম উদ্যোক্তা মিঃ এ, অ', হিউমৰ মনোভাব এনে আছিল যে প্ৰাদেশিক ৰাজনৈতিক অনুষ্ঠান-সমূহে ৰাজনৈতিক বিষয়বিলাক আলোচনা কৰিব আৰু নিখিল ভাৰত জাতীয় সন্থাই ( All India National Union ) সামাজিক বিষয়বিলাকত বেছি গুৰুত্ব দিব। হিউমে তেওঁৰ এই পৰিকল্পনাটো সেই সময়ৰ ভাইচৰয় লৰ্ড ডফৰিণৰ আগত পৰামৰ্শৰ বাবে আগবঢ়াইছিল। লৰ্ড ডফৰিণৰ পৰামৰ্শ ভাৰতৰ আধুনিক যুগৰ বুৰঞ্জীৰ এটা স্মৰণীয় আখ্যান। ডব্লিউ, চি, বনাৰ্জীয়ে ( W. C. Bonerjee ) ১৮৯৮ চনত প্ৰকাশ কৰা "Introduction to Indian Politics" কিতাপত এই সম্পৰ্কে এইদৰে লিখিছে—"বোধকৰো বহুতে নাজানে যে ভাৰতৰ জাতীয় মহাসভা আদিতে যেনেকৈ আৰম্ভ হৈছিল এতিয়াও (১৮৯৮) ই তেনেকৈ চলি আছে। বাস্তবিকতে ই ভাৰতৰ গৱৰ্ণৰ জেনেৰেল মাৰ্কুইচ অব ডফৰিণৰহে কৃতিত্ব বা কাৰ্য। মিঃ এ, অ', হিউম চি, বি, ,এ, ১৮৮৪ চনতে এটা ভাব পোষণ কৰিছিল যে যদি ভাৰতৰ নেতৃস্থানীয় ৰাজনৈতিক লোকসকল বছৰি এবাৰকৈ সামাজিক বিষয় বিলাক আলোচনা কৰিবলৈ আৰু পৰস্পৰে বন্ধু ভাবাপন্ন হবলৈ লগলগাব পাৰি তেন্তে ইয়াৰ পৰা বহুতো সুবিধা হ'ব। তেখেতে ইয়াকো ভাবিছিল যে যি প্ৰদেশত এই মহাসভা বহে সেই প্ৰদেশৰ গৱৰ্ণৰ সভাৰ সভাপতি হ'ব লাগে। তেতিয়া হলে পৰস্পৰৰ ভিতৰত সদ্‌ভাব বেছি হ'ব, বিষয়াবৰ্গ আৰু চৰকাৰী লোকৰ সংস্পৰ্শত বাহিৰত এটা মধুৰ সম্পৰ্ক গঢ়ি উঠিব। এইবিলাক কথাকে ভাবি চিন্তি ১৮৮৫ চনৰ আগভাগত হিউমে চিমলালৈ গৈ লৰ্ড ডফৰিণক দেখা কৰিলেগৈ। ডফৰিণে আগ্ৰহেৰে সৈতে হিউমৰ প্ৰস্তাৱবিলাক চিন্তা কৰি চালে আৰু তাৰ পাছত তেওঁৰ নিজৰ মতামত দিলে যে হিউমৰ পৰিকল্পিত ব্যৱস্থাৰ পৰা বেছি উপকাৰ নহয়। ডফৰিণে কলে যে বিলাতত ৰাণীৰ বিৰোধী দলৰ কাৰ্য ভাৰতত কোনো অনুষ্ঠানে চলোৱা নাই। বাতৰি কাকতবিলাকে ৰাইজৰ মতকে প্ৰকাশ কৰে যদিও এইবিলাক বাতৰি কাকত নিৰ্ভৰযোগ্য নহয়। ইংৰাজসকলে 'নেটিভ' মহলত তেওঁবিলাকৰ বিষয়ে আৰু তেওঁবিলাকৰ কাৰ্যকৰী নীতিৰ বিষয়েনো কি ভাবে সেই বিষয়ে সম্পূৰ্ণ অজ্ঞ। এনে অৱস্থাত শাসক আৰু শাসিত এই উভয় পক্ষৰে স্বাৰ্থত ভাৰতীয় ৰাজ-নৈতিক লোকসকলৰ বছৰি একোখন সভা হ'ব লাগে। ইয়াত সকলো কথা খৰচি মাৰি বিবেচনা কৰি শাসকসকলৰ দোষ-ত্ৰুটীৰ প্ৰতি তেওঁলোকৰ দৃষ্টি আকৰ্ষণ

কৰিব লাগে আৰু কি কৰিলেনো ভাল হ'ব সেইটোও উপদেশ দিব লাগে। ডফৰিনে আৰু পৰামৰ্শ দিছিল যে এনেকুৱা সভা সমিতিত স্থানীয় গৱৰ্ণৰ সভাপতি হ'ব নেলাগে। কিয়নো তেওঁ থাকিলে হয়তো উপস্থিত সভ্যই তেওঁলোকৰ মনৰ কথা খোলাখুলিকৈ ব্যক্ত নকৰিব পাৰে। লৰ্ড ডফৰিণৰ যুক্তিত হিউমৰ সম্পূৰ্ণ বিশ্বাস জন্মিছিল। তেওঁ নিজৰ পৰিকল্পনা আৰু ডফৰিণৰ পৰামৰ্শ বোম্বাই, মাদ্ৰাজ আৰু কলিকতাৰ শীৰ্ষস্থানীয় নেতাসকলৰ লগত পৰামৰ্শ কৰি তেওঁবিলাকৰো মতামত ললে। অৱশেষত ডফৰিণৰ মতকে সকলোৱে পছন্দ কৰি গ্ৰহণ কৰিলে। লৰ্ড ডফৰিনে হিউমৰ লগত এটা চৰ্ত কৰিছিল যে তেওঁ ভাৰতবৰ্ষত থাকে মানে তেওঁ (লৰ্ড ডফ-ৰিণ) যে ভাৰতীয়সকলৰ নিমিত্তে কৰা এই কাৰ্যৰ সংস্পৰ্শত আছিছে এই কথা যেন কোনেও নাজানে। প্ৰকৃতপক্ষে হিউমে ডফৰিণৰ লগত পৰামৰ্শ কৰাৰ কথাটো ভাৰতৰ কোনো লোকে ভু নাপাইছিল।

ভাৰতীয় জাতীয় ইউনিয়ন অথবা সেই সময়ৰ কংগ্ৰেছৰ সভা পুণাত অনু-ষ্ঠিত হ'বলগীয়া আছিল যদিও কেইদিনমানৰ আগতে তাত কলেৰা হোৱাত সেই সিদ্ধান্ত পৰিবৰ্তন কৰি বোম্বাই মহানগৰীত পাতিবলৈ স্থিৰ কৰা হয়।

ধন-জন, বল-বীৰ্য আৰু ঐশ্বৰ্য বিভূতিৰে পৰিপূৰ্ণ এই ভাৰতবৰ্ষখন কেনেকৈ পৰাধীন হ'বলৈ পাইছিল সেই কথা ভাবি প্ৰায়েই মই আচৰিত হওঁ। যি জাতিয়ে ভাৰতৰ বুকুৰ পৰা অন্যায় অত্যাচাৰেৰে ধন-শোষণ কৰি লৈ গ'ল, সেই জাতিৰ এজন লোকৰে কণ্ঠস্বৰ ভাৰতৰ জাতীয় মহাসভাত সৰ্ব প্ৰথমে শুনিবলৈ পোৱা গ'ল। এইটো পৰমেশ্বৰৰে ইচ্ছা। ১৮৮৫ চনৰ ২৮ ডিচেম্বৰৰ দিনা দুপৰীয়া ১২ বজাত ভাৰ-তৰ জাতীয় মহাসভাৰ আৰম্ভণিৰ শুভমুহূৰ্তত সভামণ্ডপত সমুপস্থিত অন্যতম উদ্যোক্তা আৰু ইণ্ডিয়ান চিভিল চাৰ্ভিচৰ অৱসৰ প্ৰাপ্ত ইংৰাজ বিষয়া এ, অ', হিউমৰ কণ্ঠ-স্বৰতেই মাঙ্গলিক উদ্বোধনী ধ্বনি উচ্চাৰিত হয়। হিউমৰ প্ৰস্তাৱ আৰু সুব্ৰহ্মণ্য আয়াৰৰ সমৰ্থন আৰু কে, টি, টেলাঙৰ অনুমোদন ক্ৰমে ডব্লিউ, চি, বনাৰ্জীৰ সভা-পতিত্বত ভাৰতীয় জাতীয় মহাসভাৰ পোন প্ৰথম অধিবেশন অনুষ্ঠিত হয়। ভাৰত জাতীয় মহাসভাৰ আৰম্ভণি এইদৰেই হ'ল।

**অসমত অসহযোগ আন্দোলনৰ আৰম্ভণি** ঃ নাগপুৰ কংগ্ৰেছৰ লগতে ছাত্ৰ সক-লৰো সভা হৈছিল। সেই সভালৈ অসমৰ ভালেকেইজন কলেজৰ ছাত্ৰ যোগ দিবলৈ গৈছিল। নাগপুৰ কংগ্ৰেছৰ পাছতেই অসহযোগ আন্দোলন আৰম্ভ হয়। প্ৰকৃত পক্ষে নাগপুৰ কংগ্ৰেছ অধিবেশনৰপৰা উভতি অহা কলেজীয়া ছাত্ৰসকলেই অসমত অসহ-যোগ আন্দোলন আৰম্ভ কৰি দিলে আৰু ইয়াৰ নেতৃত্ব দিছিল তেজপুৰৰ চন্দ্ৰনাথ শৰ্মাই। তেওঁ ওকালতি বৰ্জন কৰি বিভিন্ন জিলাত সভা-সমিতি পাতি বক্তৃতা দি অসহযোগ আন্দোলনৰ প্ৰচাৰ কাৰ্য আৰম্ভ কৰিবলৈ ধৰিলে। তেখেতক বিভিন্ন ঠাইত লগ পাইছিলো যদিও তেখেতৰ বক্তৃতা মই এশিমহে শুনিবলৈ পাইছিলো। তেখেতৰ ওজস্বিনী বক্তৃতাই মানুহৰ মনত উৎসাহ উদ্দীপনা জগাই তুলিছিল। তেখেতে যি বিষ-য়কে ৰাইজক বুজাবলৈ যত্ন কৰিছিল সেই বিষয়টোত তেখেতৰ নিজৰ আন্তৰিক বিশ্বাস আছিল। সেই আন্তৰিকতাকে যেন তেখেতে ৰাইজৰ মাজত বিলাই দিছিল।

কলেজ আৰু ওকালতি বৰ্জনৰ ধুম ঃ নাগপুৰ কংগ্ৰেছৰ পৰা ঘূৰি অহাৰ পাছত কটন কলেজৰ ছাত্ৰাবাসতে এখন সভা পাতি ছাত্ৰসকলে কলেজ বৰ্জন কৰাটো স্থিৰ কৰিছিল। কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে এখন জাতীয় কলেজ পাতি নোলোৱালৈকে ছাত্ৰসকলে কলেজ বৰ্জন কৰা সমীচীন নহব বুলি মত দিছিল। কলেজ বৰ্জন কৰা নকৰাৰ বিষয়ে উভয় পক্ষৰ মাজত নানা যুক্তি আৰু তৰ্ক হোৱাৰ পাছত সভাত কলেজ বৰ্জন কৰা প্ৰস্তাৱেই গৃহীত হৈছিল। এই প্ৰস্তাৱ মতে ভালেমান ছাত্ৰই কলেজৰ পৰা ওলাই গৈ পানবজাৰৰ তাৰাঘৰত থাকিবলৈ লৈছিল। কিন্তু দেশত তেতিয়াও অসহযোগ আন্দোলনৰ বতাহ কোনেও বোৱা নাছিল। গতিকে এমাহ কি ডেৰমাহ মানৰ পাছত কিছুসংখ্যক ছাত্ৰ আকৌ কলেজলৈ ঘূৰি আহিল আৰু কিছুমান ছাত্ৰ কলেজলৈ নগৈ ঘৰাঘৰি গুচি গ'ল। স্কুল কলেজ বিলাকৰপৰা ছাত্ৰবিলাক ওলাই অহাৰ বাবে স্কুল কলেজবোৰ প্ৰায়ে বন্ধ হৈ গৈছিল।

১৯২০ চনত বি-এল পৰীক্ষা পাছ কৰি মই ওকালতি আৰম্ভ কৰাই নাছিলো। আন আন প্ৰদেশবিলাকত দিয়াৰ দৰে অসমতো ওকালতি বৰ্জন কৰা উকীলসকলক কোনো মতে জীৱিকা নিৰ্বাহ কৰিবলৈ সেই সময়ত যমুনালাল বাজাজে এক লাখ টকা দিছিল। মই ওকালতি আৰম্ভ কৰা নাছিলো কাৰণে মোৰ ওকালতি বৰ্জনৰ প্ৰশ্ন নুঠিছিল। মই 'বাজাজ ফাণ্ডৰ' টকা বিচৰাও নাছিলো আৰু মোক দিয়াও নহৈছিল।

১৯২১ চনৰ এপ্ৰিল মাহত অসম এছচিয়েশ্যনৰ এখন বিশেষ সভা যোৰহাটত বহে। এই সভাৰ প্ৰস্তাৱক্ৰমে কংগ্ৰেছৰ অসহযোগ আন্দোলনৰ সমৰ্থন কৰা হয় আৰু অসম প্ৰাদেশিক কংগ্ৰেছ স্থাপনবো অনুমোদন জনায়। ইয়াৰ পিছুতেই অসমৰ প্ৰায়বোৰ জিলাৰে প্ৰতিনিধিসকল গুৱাহাটীত গোট খায়। যোৰহাটৰ কৃষ্ণকান্ত ভট্টাচাৰ্যৰ সভাপতিত্বত এই সভাই নতুন নিয়মাৱলী এখনেৰে সৈতে অসম প্ৰাদেশিক কংগ্ৰেছৰ কমিটি-খন আনুষ্ঠানিকভাৱে প্ৰতিষ্ঠা কৰে। কৃষ্ণকান্ত ভট্টাচাৰ্য আছিল এজন চৰকাৰী বিষয়া। দেশপ্ৰেমৰ মোহত পৰি তেখেতে চৰকাৰী কাম ইস্তফা দিছিল আৰু সেই সময়তে কি তাৰ পাছতেই তেখেতে 'অসম বিলাসিনী' নামৰ এখন বাতৰি কাকত প্ৰকাশ কৰিছিল। গুৱাহাটীত পতা সভাতে প্ৰথম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সভাপতিৰ বাবে কুলধৰ চলিহাদেৱক নিৰ্বাচিত কৰা হৈছিল। তাৰ কিছুমান দিনৰ আগতে তেখেতে ওকালতি বৰ্জন কৰিছিল। ইয়াৰ অলপ দিনৰ পাছতে তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈদেৱে ওকালতি বৰ্জন কৰে আৰু একে সময়তে অৰ্থাৎ অলপ দিনৰ আগা-পিচাকৈ অসমৰ বিভিন্ন জিলাত বহুত উকিলে ওকালতি বৰ্জন কৰি অসহযোগ আন্দোলনত দুগুণ উৎসাহেৰে যোগ দিবলৈ ধৰিলে। ছাত্ৰসকলে যেনেকৈ প্ৰথমে স্কুল-কলেজ বৰ্জন কৰি অসহযোগ আন্দোলনত যোগ দি দেশবাসীৰ মাজত জাগৰণৰ স্ফুলিঙ্গ তুলিছিল, উকিলসকলেও তেনেকৈ ওকালতি বৰ্জন কৰি কংগ্ৰেছৰ কামত যোগ দি অসহযোগ আন্দোলন প্ৰকৃতগামী হোৱাত যথেষ্ট সহায় কৰিছিল।

১৯৩০ চনত চাবিগুত এখন ছাত্ৰ-সভা হৈছিল। সেই সভাত নানা ঠাইৰ পৰা আহি ছাত্ৰই আৰু অন্যান্য লোকে যোগ দিছিল। সেই সভাৰ সভাপতিয়ে গান্ধীজীৰ কংগ্ৰেছ আৰু অসহযোগ আন্দোলনক দুচকু প্ৰাবি দেখিব নোৱাৰা মুঠেইন লোক।

এতিয়া অৱশ্যে কংগ্ৰেছৰ মুখচ ফুটা নেতা, ছাত্ৰসকলে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত যোগ দিব লাগেনে নালাগে সেই বিষয়ে সভাত আলোচনা হৈছিল। সভাপতিয়ে কৈছিল—"তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ আৰু কুলধৰ চলিহাৰ নিচিনাকৈ ল'ৰাবোৰক পঢ়া এৰিবলৈ উপদেশ দিব নোৱাৰি। ১৯২১ চনত ছাত্ৰবোৰ উলিয়াই আনি বিবিলাকে নাজলনাথল কৰিলে, এতিয়া তেওঁলোকে ওকালতি কৰি মহাসুখেৰে খাই-বই আছে। উঠি অহা ডেকা-গাভৰুসকলক এনে দুৰ্গতিত পেলাবলৈ মই বাঞ্ছা নকৰো।"

আৰু এটা ঘটনাৰ পৰা যোৰহাটত অসহযোগ আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰিছিল। তেতিয়া যোৰহাটৰ পুলিচ চাহাব আছিল ভিক্ৰেয়াৰমণ্ট চাহাব। তেওঁ ঘোঁৰাত উঠি ফুৰিছিল আৰু সভা সমিতিৰ মাজলৈকে ঘোঁৰা চলাই দি মানুহক হাৰাশাস্তি কৰিছিল। মানুহজন আধা বলিয়া যেন অনুমান হৈছিল। এদিন চক বজাৰৰ দাঁতিত ট্ৰাংকৰোডৰ ওপৰত ভালেমান মানুহ গোট খাই অসহযোগ আন্দোলনৰ বিষয়ে আলাপ আলোচনা কৰোঁতে কোনোবা পিনৰ পৰা ভিক্ৰেয়াৰমণ্ট চাহাব আহি জুম পাতি থকা মানুহৰ মাজত ঘোঁৰা চলাই উৎপাত কৰিছিল। সেইদিনা মই তেওঁৰ ওচৰলৈ গৈ প্ৰতিবাদ কৰাত তেওঁৰ হাতত থকা বেতডাল মোৰ পিঠিত পৰে পৰে যেন দেখিছিলো। মোৰ কোনোবা এজনা গ্ৰহ ভাল আছিল বাবেহে তেওঁৰ বেতৰ পৰা ৰক্ষা পালো। ইয়াৰ তিনি কি চাৰিদিন মানৰ পাছত যোৰহাটৰ ঠাকুৰবাৰীৰ ওচৰৰ এটুকুৰা মুকলি ঠাইত অসহযোগ আন্দোলনৰ প্ৰচাৰৰ অৰ্থে আমি এখন ৰাজহুৱা সভা পাতিছিলো। সেই সভাত কোনো হাই-উৰুমি আৰু অশান্তি নোহোৱা সত্বেও পুলিচে সমজুৱাসকলৰ ওপৰত লাঠি চাৰ্জ কৰিছিল। সেইদিনা ভিক্ৰেয়াৰমণ্ট চাহেবেও ভালেমান লোকক ঘোঁৰা চলাই গচকাইছিল। জঁাজীৰ দেবেন্দ্ৰ নাথ ঠাকুৰ, চেঙেলী আটিৰ ফাগু গুৰলা আৰু কেইজনমান লোকে বেছিকৈয়ে আঘাত পাইছিল। দেবেন ঠাকুৰক প্ৰাথমিক চিকিৎসাৰ পাছত জঁাজীত ঘৰত থৈ আহিছিলোগৈহঁক।

এই সভাত লাঠিচাৰ্জ কৰা আৰু পুলিচ চাহাবে ঘোঁৰাৰে মানুহ গচকোৱাৰ কথা যেতিয়া চাৰিওফালে ৰাষ্ট্ৰ হৈ পৰিল তেতিয়া পাচদিনা অতি কমেও ১০,০০০ (দহ হাজাৰ) লোক আহি যোৰহাট ঠাকুৰবাৰীৰ ওচৰত সেই একে ঠাইতে এখন সভা-পাতি প্ৰতিবাদ প্ৰস্তাৱ হাতত লৈ নগৰত শোভাযাত্ৰা কৰিলে। পাচদিনাৰ সভালৈ পুলিচ অহা নাছিল আৰু শোভাযাত্ৰাতো কোনেও হকাবাধা কৰা নাছিল। ইয়াৰ পাছত সেই 'পাব্লিক মিটিং এক্ট' ভংগ কৰিবলৈকে আমি চৰকাৰক নজনোৱাকৈ গাঁৱে-ভুঞে সভা-সমিতি পাতিছিলোঁহঁক। পিছলৈ এই এক্টৰ মূল্য নোহোৱা হৈ গ'ল।

১৯২১ চনত গোটেই ভাৰত ব্যাপি অসহযোগ আৰু খিলাফত আন্দোলনে দেশৰ জনসাধাৰণক কেনেকৈ প্ৰভাবান্বিত কৰি তুলিছিল সেইটো ভাবিলে আজিও আচৰিত হব লাগে। আজিৰ যুগৰ ডেকা গাভৰুসকলে সেই সময়ৰ উৎসাহ উদ্দীপনা, সাহ আৰু ত্যাগৰ কথা উপলব্ধি কৰিব পৰাটো সম্ভৱেই নহয়। দেশৰ গাৱেঁ-ভুঞে ডেকা বুঢ়া, আবাল-বৃদ্ধ-বনিতা, জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৰে মনত কি যে অফুৰন্ত প্ৰেৰণা

আৰু অদম্য উৎসাহ। স্বেচ্ছাসেৱকে নিজ নিজ জিলা আৰু অঞ্চলত দিনে ৰাতিয়ে কাম কৰিছিল। সেই কাৰণে অসমত অসহযোগ আন্দোলন তথা স্বাধীনতা আন্দোলনৰ বিষয়ে যিবিলাক কিতাপ-পত্ৰ প্ৰকাশ হৈছে সেইবিলাকৰ অধিকাংশই মোটা-মোটিকৈ কবলৈ গলে তিনিজন অন্ধ মানুহে এটা হাতীৰ গঠন কিম্বা আকৃতিৰ বিবৰণী দিয়া গল্পৰ দৰে। হাতীৰ বিবৰণ দিবলৈ গৈ প্ৰথম অন্ধজনে হাতীৰ ঠেংটোত ধৰি কলে যে হাতীটো গোটা ঘূৰণীয়া শকত, এটা কাঠৰ খুটাৰ দৰে। দ্বিতীয়জন অন্ধই হাতীৰ শুঁৰ ভালৰ আকৃতিৰ দৰেই হাতীটোৰো আকৃতি বুলি ভাঠি কলে। তৃতীয়জন অন্ধই নেগুৰ ডালত ধৰি হাতীটোৰ বিবৰণী সৰু, লিটা আৰু দীঘল বুলিহে কলে। কাৰণ অন্ধ হেতুকে এজনেও হাতীটোৰ সম্পূৰ্ণ ৰূপ দেখা পোৱা নাছিল। সেইদৰে আমিও নিজৰ জিলা বা মহকুমাত স্বেচ্ছাসেৱকৰ কৰ্তব্য কৰি নিজ নিজ অঞ্চলত হোৱা আন্দোলনৰ বিষয়েহে ভালকৈ ক'ব পাৰো। পাছে ১৯২১। ১৯৩৯ আৰু ১৯৪২ চনত মই যোৰহাট জেলত থাকোঁতে গোটেই অসমৰে প্ৰায় মূৰ জিলিকা কংগ্ৰেছ কৰ্মীসকলৰ সৈতে একেলগে আছিলো। তদুপৰি ১৯৪২ চনৰ শেষ ভাগ মৌলবী বজাৰ জেলত আৰু ১৯৪৩ চনতো মই শ্ৰীহট্ট জেলত কটাব লগীয়া হৈছিল। সেই কাৰণে স্বাধীনতা আন্দোলনৰ ব্যাপকতা আৰু তীব্ৰতাৰ এটা মোটামোটি ধাৰণা কৰিব পাৰিছিলোঁ।

১৯২১ চনত নবীনচন্দ্ৰ বৰদলৈ আৰু কুলধৰ চলিহাৰ জেলৰ ভিতৰত প্ৰায়েই তৰ্ক হৈছিল যে কামৰূপৰ বকোত আন্দোলন তীব্ৰতৰ হৈছিলনে যোৰহাটৰ জাঁজীৰ বামুণ পুখুৰীত হৈছিল, এই বিষয় লৈ। অসমৰ কোন ঠাইত পুলিচে কংগ্ৰেছৰ স্বেচ্ছাসেৱকসকলক বেছি উৎপীড়ন কৰিছিল সেই বিষয়েও তেওঁলোকে আলোচনা কৰিছিল। এই কথা ঠিক যে বকো আৰু জাঁজী বামুণ পুখুৰীত বৃটিছ ৰাজৰ শাসন কেইমাহমান নাছিল বুলিয়েই ক'ব পাৰি। এই দুয়োখন ঠাইৰ ল'ৰা-ছোৱালী, ডেকা-গাভৰু আৰু বুঢ়া-বুঢ়ী সকলোটিয়েই আন্দোলনত যোগ দিছিল। তেওঁলোকে বিদেশী কাপোৰ বৰ্জন কৰিছিল আৰু ঘৰে ঘৰে সূতা কাটিছিল। ছাত্ৰ-ছাত্ৰীসকলে স্কুল কলেজ বৰ্জন কৰিছিল আৰু সেই ঠাইৰ ৰাইজে পঞ্চায়ত পাতি কাছাৰীলৈ নগৈ নিজৰ ভিতৰতে বিবাদ-বিপত্তিবোৰ নিষ্পত্তি কৰিছিল। সেই সময়ত ডিব্ৰুগড়ত আন্দোলনৰ নেতৃত্ব দিছিল লক্ষেশ্বৰ বৰুৱা, ৰজনীকান্ত বৰুৱা, শ্যাম চৌধুৰী আৰু যোগেশ চন্দ্ৰ গোহাঁয়ে। উত্তৰলক্ষীমপুৰত সৰ্বেশ্বৰ বৰুৱাই অসহযোগ আন্দোলনৰ গুৰি ধৰিছিল আৰু কিছুদিনৰ পাছত তেজপুৰৰ পৰা হেম হাজৰিকা আহি যোগ দিছিলহি। শিৱসাগৰত ভুবন চন্দ্ৰ গগৈ, দুৰ্গাপ্ৰসাদ বৰঠাকুৰ, যাদৱ প্ৰসাদ চলিহা, লক্ষ্মীকান্ত বৰুৱা (মাখন উকিল) আৰু প্ৰিয়নাথ বৰুৱা, যোৰহাটত কুলধৰ চলিহা, কৃষ্ণনাথ শৰ্মা, হেমনাথ ফুকন,-- ৰামেশ্বৰ ভট্টাচাৰ্য, চাবিগাঁৱৰ লক্ষেশ্বৰ বৰুৱা, ৰোহিনী কান্ত হাতী বৰুৱা, বিদ্যাধৰ শৰ্মা, বেদ বৰঠাকুৰ (নাজিৰাৰ), সৰ্বেশ্বৰ বৰচেতিয়া, মহেশ্বৰ বৰকটকী, শশীধৰ মলিয়া বৰুৱা, হেম শৰ্মা আৰু লগতে এই লিখক, গোলাঘাটৰ ৰাজেন্দ্ৰ নাথ বৰুৱা, শংকৰ চন্দ্ৰ বৰুৱা, নগাঁৱত পণ্ডিত কনক চন্দ্ৰ শৰ্মা, বৃন্দাবন, চন্দ্ৰ গোস্বামী, ধৰ্মকান্ত শৰ্মা, মুহিধৰ বৰা, অখলাবন্ধাত গণেশ চন্দ্ৰ বৰঠাকুৰ আৰু ডেখেতৰ পৰি-

ৰাব গুণেশ্বৰী দেৱী, গুৱাহাটীত তৰুণ ৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, ৰোহিণী কুমাৰ চৌধুৰী, গোপীনাথ বৰদলৈ, মহম্মদ তৈয়বুল্লা, সিদ্ধিনাথ শৰ্মা, বৰপেটাত ধনীৰাম তালুকদাৰ, দেবেন উজীৰ, দেবেন্দ্ৰ নাথ শৰ্মা, তেজপুৰৰ চন্দ্ৰনাথ শৰ্মা, জ্যোতি প্ৰসাদ আগৰৱালা, মহাদেৱ শৰ্মা, অমিয় কুমাৰ দাস, লক্ষীধৰ শৰ্মা আৰু মজলিছ কুমুদৰাম বৰা আদি লোকসকলে (মোৰ স্মিমানদূৰ মনত আছে) চ'ত মহীয়া ধ্বৰপোৰা জুইৰ দৰে অসহযোগ আন্দোলনৰ জুইকুৰা দপ্‌দপকৈ জ্বলাই তুলিছিল। ওপৰত উল্লেখ কৰা সকলো লোকেই কাৰাবৰণ কৰিছিল। ইয়াৰ ভিতৰত ভিগ্ৰুগড়ৰপৰা গোলাঘাটলৈকে ৰাজনৈতিক বন্দীসকলক, নগাঁৱৰ পণ্ডিত কনকচন্দ্ৰ শৰ্মা, বৃন্দাবন গোস্বামী প্ৰমুখ্যে সাতজন আৰু গুৱাহাটীৰ নবীন বৰদলৈ প্ৰমুখ্যে কেইজনমানক ১৯২১ চনত যোৰহাট জেলত ৰখা হৈছিল।

**হাট-বজাৰত পিকেটিং**ঃ এবছৰৰ ভিতৰতে স্বৰাজ হ'ব বুলি গান্ধীজীয়ে যি উক্তি ক.ৰিছিল সেই ভিত্তিতে অসমত অসহযোগ আন্দোলন আৰম্ভ কৰা হয়। কংগ্ৰেছৰ নিৰ্দেশ মতে ঘৰমূৰি এটকাকৈ তিলক স্বৰাজ পুঁজিলৈ টকা তোলা হৈছিল। ৰাইজে যদি সত্য আৰু অহিংসাৰ পৰামৰ্শ অলপো ইফাল সিফাল নকৰি, 'সম্পূৰ্ণ ৰূপে মানি লৈ সেই মতে কাম কৰি যায়, তেন্তে এবছৰৰ ভিতৰতে স্বৰাজ হ'ব বুলি গান্ধীজীয়ে তেখেতৰ 'ইয়ং ইণ্ডিয়া' (Young India) কাকতৰ যোগে প্ৰবলভাৱে প্ৰচাৰ কৰিছিল। কংগ্ৰেছৰ পৰা আহবান আহিল—স্কুল-কলেজ, আদালত, কাউন্সিল আদি বৰ্জন কৰি আন্দোলন সবল কৰিব লাগে আৰু ৰাইজক সুস্থ পথে আগবঢ়াই নিব লাগে। কংগ্ৰেছ কৰ্মীসকলে বিদেশী বস্ত্ৰ বৰ্জন, সূতা কটা, মাদকতা নিবাৰণ, সাম্প্ৰদায়িক মিলন আদি আঁচনি লৈ প্ৰায় সকলো গাঁৱতে সোমাই পৰিছিল। ছাত্ৰ সকলেও স্কুল কলেজ বৰ্জন কৰি আন্দোলনত যোগ দিলেহি আৰু নগৰে গাঁৱে প্ৰায় সকলো ঠাইতে কংগ্ৰেছ সংগঠনৰ যোগেদি ৰাইজৰ মাজত অভূতপূৰ্ব উৎসাহ উদ্দীপনাৰ সৃষ্টি হ'ল। প্ৰতি গাঁৱত নহলেও অন্ততঃ প্ৰতি মৌজাত একোটাকৈ 'কংগ্ৰেছ অফিচ' পতা হ'ল আৰু স্বেচ্ছাসেৱক ভৰ্তি কৰা হ'ল। ভালেমান ঠাইত ইংৰাজ কোম্পানীৰ বাগিছাৰ মাজৰ হাটবজাৰবিলাক তুলি আনি বাগিচাৰ বাহিৰে চৰকাৰী আলিৰ কাষত পতা হৈছিল। যোৰহাটৰ মেলেং হাট এইদৰে তুলি অনাটো এটা উল্লেখযোগ্য ঘটনা; ইয়াত এক প্ৰকাৰ শক্তিৰ পৰীক্ষা চলিছিল। হাতীগড়ৰ বুঢ়াগোহাঁই খাটৰ হৰনাথ বৰগোহাঁই আৰু উকিল গোলোক বৰুৱাৰ ককায়েক বসুধৰ বৰুৱাই স্বেচ্ছাসেৱক ৰূপেই বাগিচাৰ হাট বন্ধ কৰা পিকেটিং কৰা কাৰ্যত যোগদান কৰিছিল।

১৯২১ চনত সূতা কটা আৰু নিজে কাপোৰ বৈ লোৱাৰ বাহিৰে আত্ম নিৰ্ভৰশীলতা আৰু স্বাবলম্বিতাৰ ওপৰত বৰকৈ জোৰ দিয়া হোৱা নাছিল। এটা কথা সুস্পষ্টকৈ দেখা গৈছিল যে ১৯২১ চনত আমাৰ মানুহে খেতি-বাতি আৰু শাক-পাচলি উৎপন্ন কৰাত বেছি গুৰুত্ব দিছিল।

সেই সময়ত অসমত তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ এই দুজন অবিসম্বাদী নেতা আছিল।

তিলক স্বৰাজ ভঁৰাললৈ টকা তোলা আৰু কংগ্ৰেছৰ সভ্য কৰা—প্ৰধানকৈ

এই দুটা কাম লৈয়ে কংগ্ৰেছৰ কৰ্মীসকল বিভিন্ন মৌজা আৰু গাঁৱত সোমাই পৰিছিল। এই টকা কোন প্ৰদেশত কিমান তুলিব তাক কংগ্ৰেছে ধাৰ্য্য কৰি দিছিল। নগৰত কৰা প্ৰধান কাম আছিল কানি, ভাং আৰু মদৰ মহলৰ আগত পিকেটিং কৰা। মদৰ মহলৰ আগত মই নিজেও ভালেদিন পিকেটিং কৰিছিলোঁ। মদৰ মহলদাৰে ওখ শকত ক'লা দেচুৱালী দগাবাজ গুণ্ডা মানুহ এটাক মদ খুৱাই আমাক নানা ৰকমে অপমান আৰু উপদ্ৰৱ কৰিবলৈ লগাই দিছিল। মহলদাৰ পক্ষৰ পৰা বিচাৰিছিলে যেনেতেনে এটা গোলমালৰ সৃষ্টি কৰা, আৰু আমাৰ যত্ন আছিল কোনো গণ্ডগোল নোহোৱাকৈ কাম কৰা। আমাৰ লক্ষ্য কেতিয়া পূৰ্ণ হ'ব তাক আমি নাজানিছিলোঁ, কিন্তু লক্ষ্যস্থানত উপনীত হ'বলৈ আমি যৎপৰোনাস্তি চেষ্টা কৰিছিলোঁহঁক।

**মোক গ্ৰেপ্তাৰ আৰু ভাই ইন্দ্ৰেশ্বৰৰ মৃত্যু ঃ** ১৯২১ চনত মাঘৰ বিহুলৈ দুদিন থাকোঁতে মোক আমাৰ ঘৰতে গ্ৰেপ্তাৰ কৰা সময়ত পিতৃ দেৱতা ঘৰত নাছিল। তেতিয়া মোৰ মাতৃ, সৰু ভাই ইন্দ্ৰেশ্বৰ আৰু শ্ৰীকনক আৰু মোৰ পৰিবাৰ, আমাৰ ঘৰত তেতিয়া কাম কাজ কৰি সহায় কৰি দিয়া ল'ৰা এটা আৰু ছোৱালীও এজনীও আছিল।

১৯১৯ চনত আইন কলেজৰ ছাত্ৰ হৈ থাকোঁতেই মোৰ বিয়া হৈছিল। ইতিপূৰ্বে মই উল্লেখ কৰিছোৱেই যে বিয়াৰ সময়ত মোৰ স্ত্ৰী আছিল ১৩ বছৰীয়া কুমাৰী কন্যা। ১৯২১ চনৰ মাজ ভাগতহে শান্তি লৈছিলো অৰ্থাৎ মোৰ পৰিবাৰ আমাৰ ঘৰলৈ আহিছিল। তেতিয়া চৰকাৰে চাৰ্দা আইন' প্ৰবৰ্ত্তন কৰি বাল্য-বিবাহ নিষেধ কৰিছিল যদিও অসমৰ ব্ৰাহ্মণ সমাজত কন্যাকাল প্ৰাপ্তি হোৱাৰ আগতে ছোৱালী বিয়া দিয়া প্ৰথাহে আছিল। মোক গ্ৰেপ্তাৰ কৰাৰ আগতে মোৰ ভাই ইন্দ্ৰেশ্বৰ শৰ্মাই অসহযোগকাৰী সকলৰ প্ৰথম দলৰ লগতে কটন কলেজ বৰ্জন কৰি আহিছিল। তাৰ পাছত অন্যান্য ছাত্ৰসকল কলেজলৈ ঘূৰি যোৱাতো তেওঁ ঘূৰি নগ'ল। তেতিয়া তেওঁ যোৰহাটত কংগ্ৰেছৰ কামত সম্পূৰ্ণৰূপে আত্মনিয়োগ কৰিছিল।

চৌৰীচৰা ঘটনাৰ পিছত যেতিয়া গান্ধীজীয়ে আইন অমান্য আৰু অসহযোগ আন্দোলন বন্ধ কৰাৰ কথা ঘোষণা কৰিলে, তেতিয়া ভাৰতৰ জনসাধাৰণৰ মন ভাগি পৰিছিল। ভাৰতীয়সকলৰ মনলৈ তেতিয়া এক নিৰুৎসাহ আৰু অৱসাদৰ ভাব আহিছিল। এবছৰৰ ভিতৰতে স্বৰাজ হ'ব বুলি বহুত লোকেই পাঁচ দফীয়া আঁচনি লৈ (যেনে ঃ— চৰকাৰৰ লগত সম্পূৰ্ণ অসহযোগিতা, মাদকতা নিবাৰণ, বিলাতী বস্ত্ৰ বৰ্জন, পঞ্চায়ত গঠন আৰু জাতীয় স্কুল স্থাপন, আইন আদালত বৰ্জন ইত্যাদি) পূৰ্ণ উদ্যমে দেশৰ কামত লাগিছিল, কিন্তু সত্যাগ্ৰহ বন্ধ হোৱাৰ পাছত মানুহৰ সেই উদ্যম পানী চলা জুইৰ দৰে চেঁচা পৰি গ'ল।

✓ **মোৰ ভাই ইন্দ্ৰেশ্বৰ ঃ** দেশত এনে হতাশৰ অন্ধকাৰে ছাটি ধৰাৰ সময়ত ইন্দ্ৰেশ্বৰে খদ্দৰৰ কাপোৰত ৰং দিয়া, আৰু সূতা কটা আদি সকলোবিলাক আত্মনিৰ্ভৰশীল কামৰ প্ৰশিক্ষণ লবলৈ সবৰমতী আশ্ৰমলৈ গৈ তাত এবছৰ কাল আছিল। সবৰমতীত বোধহয় তেওঁৰ স্বাস্থ্যই নুসুজিছিল। তেওঁৰ কোনো দিনে পানী জল্লা নাইৰা মৰ কামোৰণী এটাও নাছিল, কিন্তু তালৈ যোৱাৰ পৰা তেওঁৰ অসুখ হ'বলৈ ধৰিলে

আৰু কেইমাহমান থকাৰ পৰা গাৰ পৰা জ্বৰ নুগুচাই হ'ল। সেই জ্বৰৰ গাৰেই তেওঁ ১৯২২ চনৰ ডিচেম্বৰ মাহত গয়া কংগ্ৰেছলৈ গৈছিল। গয়া কংগ্ৰেছৰ পৰা তেওঁক মই ঘৰলৈ লৈ আহিলোঁ। অনেক চিকিৎসা কৰাৰ পাছত শেষত তেওঁক কলিকতাৰ মেডিকেল কলেজৰ আস্পাতালত থোৱা হৈছিল। চিকিৎসকসকলে ভালকৈ ৰোগ চিনিব নোৱাৰি দুমাহ আস্পাতালত পৰীক্ষাধীন কৰি ৰাখি শেষত অস্ত্ৰোপচাৰ কৰিছিল। তথাচ ৰোগ উপশম নহ'ল। পিতৃ-মাতৃয়ে মোলৈ কিছু দিনৰ আগৰে পৰা ল'ৰাটো ঘৰলৈ লৈ আহিবলৈ দঢ়াই দঢ়াই লিখি আছিল। কিন্তু মেডিকেল কলেজৰ পৰা 'ডিচাৰ্জ' ( Discharge ) কৰাৰ পাছতো অসুখ ভাল হ'ব বুলি আশা কৰি মই ১ নং ৰাচা ৰোডৰ (য'ত চৌৰঙ্গী শেষ হৈ ৰাচা ৰোড আৰম্ভ হৈছিল) সৰু ফ্লেট এটা ভাৰা লৈ তেতিয়াৰ ঋষিতুল্য কবিৰাজ শ্যামদাস বাচস্পতিৰ হতুৱাই চিকিৎসা কৰোৱাইছিলো। ভাৰতবৰ্ষৰ ভিতৰত সেই সময়ত শ্যামদাস কবিৰাজ প্ৰখ্যাত আয়ুৰ্বেদীয় চিকিৎসক। তেখেত বৰ কম কথা কোৱা লোক আছিল। তেখেতক সকলোৱে অশেষ সন্মানো কৰিছিল। তেখেতে এদিন আহি ইন্দ্ৰেশ্বৰক চাই-চিতি ঔষধৰ ব্যৱস্থা লিখি দিলে। তেনেতে মই সৰু থাল এখনত ৩২ টকা ৰূপ (তেতিয়া টকীয়া নোটতকৈ ৰূপৰ টকাৰহে বেছি চলন্তি আছিল) মাননী আগবঢ়ালোঁ। তেখেতে কলে—"মোক মাননী নালাগে। ল'ৰাটোলৈ মোৰ মৰম লাগিছে। মই মাননী নোলোৱাকৈ যেতিয়াই চাব লাগে চামহি। তুমি মাত্ৰ ঔষধৰ দাম দিবা।" মই তেতিয়া কলোঁ—"প্ৰথম দিনাখন বেজ মাননী স্বৰূপে কিবা এটা দিয়া আমাৰ নিয়ম আছে।" তেতিয়া তেখেতে গহীনাই ক'লে—"বেছি কথা কলে মই চিকিৎসা নকৰোঁ।" মই ভয় খাই পুনৰ টকা নাযাচিলোঁ। তেখেতে কিছুদিন চিকিৎসা কৰাৰ পাছতো ৰোগীৰ কোনো পৰিবৰ্তন নহ'ল। তেতিয়া নিৰুপায় হৈ ঘৰলৈ অহাকে স্থিৰ কৰিলোঁ।

**সুৰেণ বেজবৰুৱালৈ মনত পৰে ঃ** ডাক্তৰ কবিৰাজৰ পৰামৰ্শমতে কলিকতাৰ জগন্নাথ ঘাটৰ পৰা তেতিয়া অসমলৈ নিয়ম মতে অহা যোৱা কৰা জাহাজতে ইন্দ্ৰেশ্বৰক ঘৰলৈ লৈ অহাৰ কথা ভাবিলোঁ। মই ৰাচা ৰোডত থাকি মোৰ ভাইক চিকিৎসা কৰি থকা কালত বগমা চাহ বাগিছাৰ মালিক চন্দ্ৰকমল বেজবৰুৱাৰ জ্যেষ্ঠপুত্ৰ সুৰেন্দ্ৰ নাথ বেজবৰুৱা তেওঁলোকৰ ব্যৱসায় সংক্ৰান্তত কলিকতাত আছিল। তেওঁ মোক সৰ্বতোপ্ৰকাৰে সহায় কৰিছিল। নানা আহকালত কেতিয়াবা মই মোৰ ফ্লেটত ৰন্ধা-বঢ়াৰ ব্যৱস্থা কৰিব নোৱাৰিলে তেওঁ নিজেই তেওঁৰ ঘৰৰ পৰা 'টিফিন কেৰিয়াৰত' ভাত লৈ আহি মোক আৰু মোৰ ভাইক দিছিল। পিছদিনা ইন্দ্ৰেশ্বৰক জগন্নাথ ঘাটৰ জাহাজত তুলি দিবলৈ তেওঁ নিজৰ. মটৰ গাড়ীত নিজেই চলাই আনিছিল। সুৰেণ বেজবৰুৱা এজন উদ্যোগী, সৰবৰহী আৰু ডাঙৰ মনৰ অমায়িক ডেকা আছিল। তেওঁৰ অকাল বিয়োগত অসমে এজন পৰোপকাৰী উদ্যোগী সু-সন্তান হেৰুৱালে।

ৰাতি ১১ কি ১২ বজাত অসমলৈ 'পিচ্‌পাচ্‌চ ষ্টীমাৰ' এৰিলে। সেই জাহাজেৰে যোৰহাটৰ গৌহাইগাওঁ ঘাট পাবলৈ ১৩/১৪ দিন লাগিছিল। এই জাহাজবিলাক

আই, জি, এন, আৰু আৰ, এচ, এন নামৰ ইংৰাজ কোম্পানী দুটাই মুটীয়া উদ্যোগ হিছাপে চলাইছিল। কিছুমান কেৱল মালবাহী জাহাজ আছিল। কিছুমান জাহাজৰ ওপৰৰ ডেকত প্ৰথম, দ্বিতীয় আৰু তৃতীয় শ্ৰেণীৰ যাত্ৰী আনিছিল। তলৰ খণ্ডপাত মালবস্তু আছিল। তেতিয়াৰ দিনত অসমৰ প্ৰয়োজনীয় যাৱতীয় সামগ্ৰীবোৰ কলিকতাৰ পৰা জাহাজেৰে ডিব্ৰুগড়লৈকে অনানিয়া কৰা হৈছিল। অসমৰ পৰা চাহ-পাত, মৰাপাট আদি সামগ্ৰীবোৰো কলিকতালৈ জাহাজেৰে গৈছিল। কাৰণ ৰেলতকৈ জাহাজৰ ভাড়া কম আছিল। ভাৰত বিভাজনৰ পিছত পাকিস্তানৰ মাজেৰে জাহাজ আহিবলৈ নিদিয়া হ'ল।

আমি তিনি-চাৰি দিনমান অহাৰ পাছত গোৱালণ্ড পাওঁ পাওঁ হওঁতেই ইন্দ্ৰেশ্বৰৰ গুহ্যদ্বাৰেদি ৰক্তস্ৰাৱ হবলৈ ধৰিলে। অতিপাত ৰক্তস্ৰাৱ হোৱাৰ ফলত তেওঁ প্ৰায় চেতনাহীন হৈ পৰিল। তেতিয়া তেওঁৰ মাত্ৰ বুকুত স্পন্দনহে অনুভৱ কৰিব পৰা গৈছিল। তাৰ বাহিৰে সৰ্বাঙ্গ শৰীৰ অসাৰ যেন লাগিছিল। জাহাজৰ ভিতৰত চিকিৎসাৰ ব্যৱস্থা নাই বুলি কলেও হয়। কাৰণ তাত থকা ডাক্তৰজনে জ্বৰ, গ্ৰহণী, ডায়েৰীয়া আদি কিছুমান সাধাৰণ বেমাৰৰহে দৰব ৰাখে। তাত ৰোগীৰ পথ্যৰ কোনো ব্যৱস্থা নাছিল। আমি অহা জাহাজখনত এজন বয়সিয়াল মুছলমান ডাক্তৰ আহিছিল। তেওঁৰ বিষয়ে মই আজিও ভাবো—তেওঁ মানুহনে দেৱতা। মোৰ বিশ্বাস, তেনেকুৱা মানুহবোৰেই দেৱতা।

মোৰ ভাইৰ অৱস্থাই মোক একেবাৰে বিমোৰত পেলাইছিল। ধুবুৰীঘাট পোৱাৰ আগতে মাজবাটতে যদি কিবা ঘটনা হয় তেনেহলেনো মই কি কৰিম? আই বোপাই-কেই বা কি দেখুৱাবলৈ নিম? ইত্যাদি বাবে-বুৰি চিন্তাই মোক বেহুচ কৰি পেলালে। মই ডেৰ দিনমান নিৰ্জীৱ পদাৰ্থৰ দৰে বিছনাত পৰি আছিলো। সেই ডাক্তৰ গৰাকীয়ে মোৰ ভাইৰ সৰ্বতোপ্ৰকাৰে সেৱা শুশ্ৰূষা আৰু চিকিৎসা কৰিছিল। তদুপৰি মোকো চাব লগা হৈছিল। তেওঁ প্ৰতিটো ঘাটতে জাহাজ ৰখোৱাই নিজে ওচৰৰ গাঁৱলৈ সোমাই গৈ দৈ বা এঁৱা গাখীৰ বিচাৰি আনি তাৰে দৈ কৰি সৰৰ ভাগটো কাটি আঁতৰাই বাকী তক্ৰ বা ঘোল ভাগটো ইন্দ্ৰেশ্বৰক পথ্য হিছাপে খুৱাই-ছিল। এই ডাক্তৰ গৰাকীয়ে সেই ষ্টীমাৰ কোম্পানীৰ অসমলৈ অহা জাহাজত ২০/২৫ বছৰমান কাম কৰিছিল আৰু ঘাটৰ ওচৰে-পাজৰে থকা বহুত লোকৰ লগত তেওঁৰ চিনাকি আছিল। এইদৰে চাৰিদিনমান অহাৰ পাচত মোৰ ভাইৰ ৰক্তস্ৰাৱ বন্ধ হ'ল আৰু তেওঁ অন্ততঃ কিছুদিন জীয়াই থকাৰ আশাৰ ৰেঙনি এটি দেখা গ'ল। তেওঁ অলপ কথা কব পৰা হ'ল। প্ৰায় ১৩/১৪ দিনৰ মূৰত আমি গোহাঁই গাঁৱৰ ষ্টীমাৰ ঘাট পালোঁহি। জাহাজৰ চিৰিৰ পৰা ৰেল বৈ থকা ঠাইলৈ ১৫০/২০০ গজমান বালি খচকি আহিব লাগে। মোৰ ভাইক জাহাজৰ চিৰিয়েদি নমাই ৰেল গাড়ীত তুলিবলৈ বুলি মই চাৰিজন মুটীয়া বন্দবস্ত কৰিছিলোঁ। এনে কৰা দেখি ডাক্তৰ গৰাকীয়ে মোক কলে—"এই মুটীয়াবোৰ হতামুতা ( rough ) মানুহ। তেওঁবিলাকে নিবলৈ হলে ল'ৰাটোৰে দুখ পাব। ধৰা, তুমিয়ে ময়েই ল'ৰাটো ৰেললৈ লৈ যাওঁ।" তেখেতে সেইদৰে কৰাত আমি দুয়ো হাতত ধৰা ধৰি কৰি দাং কোলাত লৈ ইন্দ্ৰেশ্বৰক

বেলত শুৱাই দিলোহি। সেই ডাক্তৰজনৰ নাম আৰু ঠিকনা লৈছিলোঁ, পাছত ক'ৰবাত হেৰাই থাকিল। তেখেতক মই বৰ কাকূতি-মিনতি কৰি এবাৰ যোৰহাটলৈ আহিবলৈ অনুৰোধ কৰিছিলোঁ। কিন্তু তেখেতৰ আৰু অহা নহ'ল। সেই স্মৰণীয় যাত্ৰাৰ পাছত মই আৰু তেখেতক লগ নাপালো। তেখেতে মোক পানীৰ মাজত অতি ডাঙৰ বিপদৰ সময়ত যিটো উপকাৰ কৰিলে তাৰ প্ৰতিদান দিবলৈ কোনো দিন সুবিধা নাপালোঁ।

এই ঘটনাৰ পৰা মোৰ মনত দুটা কথাই মুচিব নোৱাৰাকৈ চাব পেলালে। এটা হ'ল জন্মান্তৰ বাদৰ কথা। মই অনেক সময়ত ভাবো যে এই মানুহজন হয়তো পূৰ্বৰ কোনোবা এটা জন্মত মোৰ পিতৃ, পিতৃব্য বা ভ্ৰাতৃ আছিল। দ্বিতীয়তে আমাৰ মগজত বা অন্তৰত কোনো এটা বিষয়ে যেনেকৈ উপলব্ধি বা জ্ঞান উদ্ভৱ হ'ব পাৰে, তেনেকৈ সেই একে বিষয়তে আনৰ হিয়াতো একে প্ৰকাৰৰ অথবা অন্য প্ৰকাৰৰ উপলব্ধি, জ্ঞান বা ভক্তিৰ উদ্ৰেক হ'ব পাৰে। জ্ঞান আৰু ভক্তিৰ মাজত বেছ পাৰ্থক্য আছে। আমি মস্তিষ্ক প্ৰসূত ভাবৰ দ্বাৰা মানুহৰ মাজত হিন্দু, মুছলমান, খৃষ্টান আদি ভেদ ভাব কৰিব পাৰো, কিন্তু আমাৰ হৃদয়ে মানুহক মানুহ হিচাপেই লবলৈ বিচাৰে। এই ডাক্তৰ গৰাকী মোৰ কাৰণে হিন্দুও নহয় মুছলমানো নহয়। মোৰ কাৰণে তেওঁ নৰৰূপী ভগৱান। নহলেনো অপৰিচিত মানুহ এগৰাকীৰ হৃদয়ত ইমান মৰম স্নেহ কৰুণা আৰু সেৱাৰ ভাব উদ্ৰেক হ'ব পাৰে কেনেকৈ?

এই প্ৰসঙ্গত আৰু এদিনৰ এটা কথা মোৰ মনলৈ অহাত চমুকৈ কবলৈ আগবাঢ়িলোঁ। এতিয়াৰ (১৯৭৪) পৰা ছয় কি সাত বছৰৰ পূৰ্বে মোৰ নুমলীয়া ল'ৰা ডাক্তৰ দেবব্ৰতৰ সৈতে মই আমাৰ গাড়ীত গুৱাহাটীলৈ গৈছিলোঁ। তেতিয়া ভৰ বাৰিষা। কাজিৰঙা জংঘলৰ মাজেদি যোৱা ট্ৰাংক ৰোডটো ব্ৰহ্মপুত্ৰৰ বাঢ়নী পানীত তল গৈছিল। পানীৰে তল যোৱা বাট ডোখৰত আমাৰ গাড়ী কথমপিহে পাৰ কৰাব পাৰিলো। কিন্তু তেতিয়াও কাজিৰঙা হাবিৰ মাজত। গাড়ীৰ কোনোবা যন্ত্ৰাংশত পানী সোমোৱাত ২০ গজমান গৈয়ে ইঞ্জিন বন্ধ হৈ গল। আমাৰ ড্ৰাইভাৰজন গাড়ীৰ কাম কাজ জনা মানুহেই আছিল। এঘণ্টা কি ডেৰঘণ্টা নানা প্ৰকাৰৰ যত্ন কৰাৰ মূৰতো গাড়ীৰ ক'ত বিজুতি ঘটিছিল আমি ধৰিব নোৱাৰিলোঁ। কোনোমতেই গাড়ীখনৰ ইঞ্জিন 'ষ্টাৰ্ট' কৰিব পৰা নাছিলোঁ। তেনে অৱস্থাত নিৰুপায় হৈ কিছু সময় ভাবি গুণি থাকোঁতেই পাছ পিনৰ পৰা এখন টেক্সি গাড়ী আহি আমাৰ কাষত ৰ'লহি। ড্ৰাইভাৰজনে মোক সুধিলে—"চাৰ, কিবা দিগদাৰ হৈছে নেকি?" তেওঁক মই সকলো কথা কলোঁ। এই টেক্সী ড্ৰাইভাৰজন আছিল ডিব্ৰুগড়ৰ এজন মুছলমান ডেকা আৰু তেওঁৰ লগৰীয়া অৰ্থাৎ দ্বিতীয় ড্ৰাইভাৰজনো ডিব্ৰুগড়ৰে সমবয়সীয়া মুছলমান ডেকা। তেওঁলোকৰ টেক্সিত আছিল দুজন ভদ্ৰলোক, কোনো মিলৰ মালিক। এই টেক্সি ড্ৰাইভাৰ আৰু তেওঁৰ লগৰীয়াজনে তেওঁলোকৰ গাড়ীৰ বিভিন্ন অংশ খুলি আনি আমাৰ গাড়ীত লগাই চাই ইঞ্জিন ষ্টাৰ্ট কৰিবলৈ যত্ন কৰিলে। এনেকৈ ইটো সিটো কৰি সজনা-সজনি কৰি পৰীক্ষা কৰি চাই গাড়ী ষ্টাৰ্ট কৰিবলৈ যত্ন কৰি থাকোঁতে প্ৰায় এঘণ্টামান হৈ যোৱাৰ পাছত টেক্সি ড্ৰাইভাৰজনক যাত্ৰী

ভদ্ৰলোক দুজনে ইমান সময় বৈ থাকিব নোৱাৰে বুলি কৈছিল। তেতিয়া টেক্সি-ড্ৰাইভাৰজনে উপৰাই উত্তৰ দিলে—"মৰো গাড়ী বেয়াহে বিপদত পৰা মানুহক অসহায় অৱস্থাত এৰিথৈ যাব নোৱাৰো। আপোনালোকে মনে মনে গাড়ীত বহি থাকক, নহলে কথা বিষম হ'ব।" বেচেৰা ভদ্ৰলোক দুজনে তেতিয়া এষাৰো মাত নামাতি মনে মনে গাড়ীত বহি থাকিল। মই তেতিয়া নিৰলে টেক্সি ড্ৰাইভাৰজনক কলো—"যাত্ৰী দুজনে তোমালোকক পইচা দিহে আনিছে, তেওঁলোকক তেনেকুৱা ব্যৱহাৰ কেলেই কৰিছা ?" এইবাৰ টেক্সি ড্ৰাইভাৰ দুজনে ক'লে—"চাৰ! আপোনালোক এই অঠাই সাগৰ আৰু হাবিৰ মাজত বিপদত পৰিছে আৰু তেওঁলোক গাড়ীৰ ভিতৰত থম্ থম্ কৈ বহিহে আছে। এইদৰে বিপদত পৰা মানুহক আমি কেনেকৈ এৰি থৈ যাম ?" তাৰ কিছুপৰৰ পাছত এটাৰ পিছত আনটো পাৰ্টচ লগাওঁতে গাড়ীৰ বিজুতি ধৰা পৰিল আৰু তেওঁবিলাকৰ লগত থকা 'স্পেয়াৰ পাৰ্টচ' এটা লগাই দি আমাৰ ইঞ্জিন ষ্টাৰ্ট কৰি আমাৰ গাড়ী যাব পৰা কৰিলে আৰু আমাক কলে—"আপোনালোক আগে আগে গৈ থাকক আৰু আমি পাছে পাছে গৈ আছো, কিজানিবা আকৌ ক'ৰবাত গাড়ীৰ কিবা দিগদাৰ হয়ে ?" সেই ড্ৰাইভাৰ আৰু তেওঁৰ লগৰীয়াজনক (দুয়োজনেই ড্ৰাইভাৰ) চাহ খাবলৈ আমি ১০ টকা ৰূপ যাচিছিলোঁ, কিন্তু তেওঁলোকে কোনোপধ্যেই আমাৰ পৰা ৰূপ এটকাও লবলৈ মান্তি নহ'ল। তেওঁলোকে আমাক কলে—"মানুহে মানুহক সহায় কৰা কাম এটাহে আমি কৰিছিলোঁ। তাৰ বাবে আপোনালোকে মৰম কৰি কিবা দিলেও আমি লবলৈ অপাৰগ।"

এই দুজন যুৱকে বিশ্ববিদ্যালয়ৰ শিক্ষাও পোৱা নাছিল আৰু তেওঁলোক তথাকথিত "ভাল মানুহ" শ্ৰেণীৰো নাছিল। তথাপি তেওঁলোক কেনে উচ্চ মনোভাব আৰু আদৰ্শ পৰায়ণ আৰু কেনে পৰোপকাৰী !! মনতে প্ৰশ্ন উদয় হয় "ভাল মানুহ" নো কোনবিলাক ? এই দুটা ঘটনাত মই পৰমেশ্বৰক নৰৰূপত সাক্ষাৎ পালো যেন মনত হয়। উপৰোক্ত এই ঘটনাটোৱে মোৰ মনৰ ওপৰত মচি তুলিব নোৱাৰা সাঁচ বহুৱালে। ভাৰতত হিন্দু মুছলমানৰ যি বিদ্বেষ আৰু কন্দল আছে সি কিছুমান নেতৃস্থানীয় লোকে নিজৰ স্বাৰ্থ পূৰণৰ বাবেহে সৃষ্টি কৰা। ভাৰতৰ হিন্দু আৰু মুছলমান সকলোৱেই একে মাটিতে উপজিছে আৰু একে বায়ু পানীৰে লালিত পালিত হৈছে। কিছুমান স্বাৰ্থজড়িত কাৰণতহে মানুহে এই বিভেদ ভাব সৃষ্টি কৰিছে। মোৰ জীৱনৰ আন ভালেমান কথাৰ লগত এই দুটা ঘটনাও অবিস্মৰণীয় হৈ থাকিব যি দুটা ঘটনাই মোৰ অন্তৰৰ ভাতৃত্ব ভাবটো মানুহৰ প্ৰতি বহুতো পৰিমাণে পুনৰ দৃঢ় কৰিলে বুলি মই অনুভৱ কৰোঁ।

সেই সময়ৰ কলিকতাৰ সৰ্বোচ্চ আয়ুৰ্বেদিক আৰু এলোপেথিক চিকিৎসকসকলৰ দ্বাৰাই মোৰ ভাই শ্ৰীৰ্শ্বেৰক চিকিৎসা কৰোৱা হৈছিল ; কিন্তু একোতে ফল নধৰিল। কথাতে কয় বোলে "পেট কামোৰাই মাটিতো বাগৰে পাটীতো বাগৰে।" আমাৰো সেয়ে হৈছিল। যেয়ে যিহকে কৈছিল সেইদৰে আমি ঘৰলৈ অনাৰ পাছতো চিকিৎসা কৰাইছিলোঁ। বেজ, ওজা, মৌলবীৰ তাবিজ ঔষধৰ উপৰিও গাঁৱলীয়া সকলো প্ৰকাৰৰ চিকিৎসা কৰোৱা হৈছিল। অৱশেষত ১৯২৪ চনৰ ছেপ্তেম্বৰত এদিন তেওঁ আমাক এৰি গুচি গ'ল।

ইন্দ্ৰেশ্বৰ নামে-কামে ইন্দ্ৰেশ্বৰেই আছিল। তেওঁ ওখই প্ৰায় ৬ ফুট, সুন্দৰ, সুঠাম চেহেৰা। তেওঁ মেধাৱী পৰোপকাৰী আৰু উদাৰ আছিল। যাৰে যত বিপদ অথবা অভাৱ ঘটে ইন্দ্ৰেশ্বৰে তাকে সাধ্যমতে সহায় কৰিছিল। তেওঁ এজন ভাল ফুটবল খেলুৱৈ আৰু স্কুলত সদায় ভালদৰে প্ৰমোচন পাইছিল। আজি ইন্দ্ৰেশ্বৰ নাই, কিন্তু তেওঁৰ মধুৰ স্মৃতি আজিও, ইমান বছৰৰ পাছতো মোৰ মনত সজীৱ।

আমি হেৰুৱালোঁ ইন্দ্ৰেশ্বৰক চিৰদিনলৈ, অসমে হেৰুৱালে এজন মেধাৱী আৰু শুধীয়া দেশপ্ৰেমিক ডেকাক।

**অসহযোগ আন্দোলনৰ পাৰ্শ্বজ্যোতি :** অসহযোগ আন্দোলনৰ কাম তীব্ৰ গতিৰে আগবাঢ়ি যোৱাৰ লগতে গান্ধীজীৰ বাণীও গাঁৱে-ভূঞে প্ৰচাৰ কৰা হৈছিল। সকলো সময়তে এই কাম কৰা সহজসাধ্য নাছিল। যি ঠাইতে কেৰেণী, মহৰী নাইবা চাপ্ৰাচী-চকীদাৰ আদি চৰকাৰী কৰ্মচাৰী আছিল সেই ঠাইত অসহযোগৰ কাম কৰা কষ্টসাধ্য আছিল। এই প্ৰসঙ্গত মোৰ মনত পৰা কথা এটা দাঙি ধৰিলোঁ। যোৰহাটৰ পৰা প্ৰায় ৪ মাইল পূবে ঘৰফলীয়া সম্প্ৰদায়ৰ তিনিখন গাঁও আছে। মই কেইজনমান সহকৰ্মীৰে সৈতে তালৈ গৈ তিনি মাহত তিনিবাৰমান কংগ্ৰেছ কমিটি গঠন কৰিছিলোঁ। আমি যোৱাৰ সময়ত তাত ৰাইজ গোট খাই থাকে। তেতিয়া আমি ৰাইজক গান্ধীজী আৰু অসহযোগৰ কথা বুজাই কওঁ। ৰাইজেও আমাৰ কথাত হয়ভৰ দি কংগ্ৰেছ কমিটি গঠন কৰিবলৈ ৰাজী হৈছিল। পিছে সেই গাঁৱত যোৰহাটৰ ডংগলী বিভাগৰ অফিচত কাম কৰা চাপ্ৰাচী এজন আছিল। তেওঁ গাঁৱৰ মানুহবিলাকক বুজাই দিলে যে কংগ্ৰেছৰ সভ্য হলে চৰকাৰে ধৰি বান্ধি বৰ ঘৰত (অৰ্থাৎ জেলত) সুমাই থ'ব আৰু কঠোৰ শাস্তি দিব। তেওঁৰ ফুচুলনিত মানুহৰ মন ঘূৰি যায়। সেই গাঁওখনলৈ আমি তিনি চাৰিবাৰ গৈয়ো কেৱল সেই এজন মানুহৰ প্ৰতাপত কংগ্ৰেছ কমিটি গঠন কৰিব নোৱাৰিলোঁ। অৱশ্যে এনেকুৱা হোৱাৰ প্ৰধান কাৰণ আছিল যে সেই তিনিখন গাঁৱত পাঠশালা স্কুলত পঢ়া নাইবা নিজৰ চহীটো কৰিব পৰা মানুহো তেতিয়ালৈকে অতি কম আছিল, নাছিল বুলিলেই কব পাৰি।

চেনিমৰা বাগিচাখন যোৰহাট নগৰৰ পৰা চাৰে তিনি মাইল আঁতৰত। এবেলা তেলেঙা নামৰ ফাল্টু বনুৱা এজনক বাগিচাত গান্ধীৰ কথা কবলৈ পঠোৱা হৈছিল। এই কথা গম পাই বাগিচাৰ মেনেজাৰে তেওঁ বাগিচাত অনধিকাৰ প্ৰবেশ কৰিছে বুলি পুলিচৰ দ্বাৰাই বনুৱাজনৰ ওপৰত আদালতত গোচৰ এটা তৰাই এবেলাতে ৩ মাহ সশ্ৰম ফাটেক দিছিল ৰাজখোৱা হাকিমে। মই আচামীৰ পক্ষ অৱলম্বন কৰি প্ৰকৃততে আইনৰ চকুত এবেলা নিৰ্দোষী আছিল যদিও খালাচ কৰাব নোৱাৰিলোঁ। এই ঘটনাই সেই সময়ৰ এটা আভাষ দিয়ে।

কংগ্ৰেছৰ স্বেচ্ছাসেৱকসকলক পুলিচে বৰ দৌৰাত্ম্য কৰিছিল। পুলিচে সদায়ে তেওঁলোকৰ পাছ লৈছিল। ইয়াৰ ফলত ৰাইজে আমাক ওচৰ চাপিবলৈ সংকোচ বোধ কৰিছিল। অৱশ্যে পুলিচলৈ ভয় নকৰি পুলিচৰ চিপাহীকো কংগ্ৰেছ দলত ভুক্ত কৰাৰ চেষ্টা যে কোনো কোনো গাঁৱত নহৈছিল এনে নহয়।

যোৰহাটৰ ১৯২২ চনৰ এদিনাখনৰ কথা এটা মনত পৰিছে। মোৰ, আৰু ...

হাঁহি উঠে। তেতিয়া টাউন হেল্ডাৰ আছিল এজন শকত আৰু খাপোলাত মানুহ। তেওঁৰ কাম আছিল কোনে ক'ত স্বেচ্ছাসেৱক দলত ভৰ্তি হৈছে আৰু কোনে 'তিলক স্বৰাজ' পুঁজিলৈ টকা দিছে সেইবিলাক চোৱাচিতা কৰা। যোৰহাট চক বজাৰত গঙ্গাধৰ কাগোৱাৰ নামৰ মাতব্বৰ বিহাৰী গেলামালৰ দোকানী এজন আছিল। যোৰহাট নগৰত তেতিয়া থকা মুষ্টিমেয় বিহাৰী লোকৰ ভিতৰত (মদৰ মহলদাৰ জনৰ বাহিৰে) এই দোকানী জনে বেছি প্ৰতিপত্তি আছিল। তেওঁৰ জীৱনতে কংগ্ৰেছৰ কামত আমি বহুত দূৰ আগবাঢ়িছিলো। এদিন এই টাউন হেল্ডা জনে বাটত পৰা গঙ্গাধৰ কাগোৱাৰৰ জীয়েক পৰমেশ্বৰীক ধমক দি কলে—"এই পৰমেশ্বৰী, এই পৰমেশ্বৰী, তই বোলে ভলণ্টিয়াৰ হৈছ ?" পৰমেশ্বৰীয়ে কথা আৰু কোনো উত্তৰ নিদি আহি হেল্ডাৰ প্ৰবৰক, মুখখন ক্ৰোধত কৰি চাই উত্তৰ দিলে—"ভৈলি ত ভৈলি, ভেলেণ্টেৰীয়া ভৈলি, তোহাৰ কি ভৈল হ ?" এই বুলি পৰমেশ্বৰীয়ে হেল্ডাৰলৈ যেই চোঁচা মাৰি হেল্ডা এনে নেমাৰ নোৱাৰিলে, তেওঁ প্ৰস্থান কৰিলে।

**মাজুলীত অসহযোগৰ প্ৰচাৰ** ঃ মাজুলীত যেতিয়া পোন প্ৰথমবাৰৰ বাবে অসহযোগৰ বাণী প্ৰচাৰ কৰিবলৈ যাওঁ, সেইটো কোন চনত হৈ গৈছিল সেই কথা মোৰ স্পষ্টকৈ মনত নাই। প্ৰায় বেলি পৰাৰ সময়ত আমি কমলাবাৰী ঘাটৰ ওচৰ পাইছিলো লগত আছিল গুণনাথ বৰঠাকুৰ আৰু কোনোবা এজন স্বেচ্ছাসেৱক (তেওঁৰ নাম এতিয়া মোৰ মনত পৰা নাই)। গধূলি হোৱাত তাৰ পৰা আমি গড়মূৰ সত্ৰলৈ আগবাঢ়ি যাব নোৱাৰিলোঁ। বাটত বনৰীয়া হাতী ওলাই বুলি থানাৰ ওচৰৰ মানুহে যাবলৈ মানা কৰিছিল। তাৰ কিছু দিনৰ আগতে কমলাবাৰী আৰু গড়মূৰ সত্ৰৰ মাজৰ। বড় কাপ্তানী আলিটোৰ ওপৰত বনৰীয়া হাতীয়ে মানুহ এজন মাৰিছিল। সেই ৰাতি আমাক ৰেঠাইগামে ঘৰচোৱা খেৰ এমুঠা পঠাই দিছিল। তাকে বিছনা কৰি লৈ ৰাতিটো আমি তিনি আলিৰ ওপৰতে কটালোঁ। আমি কংগ্ৰেছৰ টুপী পিন্ধি যোৱা দেখি ওচৰৰ মানুহে আমাক আলহী ৰাখিবলৈ ভয় কৰিছিল। সেই সময়ত দক্ষিণপাট আৰু আউনিআটী এই শীৰ্ষ স্থানীয় সত্ৰ দুখন কংগ্ৰেছৰ ঘোৰ বিৰোধী আছিল। মই আৰু গোপী বেজবৰাই সত্ৰ দুখনৰ তেতিয়াৰ সত্ৰাধিকাৰ দুগৰাকীৰ কংগ্ৰেছ তথা স্বাধীনতা আন্দোলনৰ বিৰোধী কাৰ্যাৱলীৰ সমালোচনা কৰি এখন মুকলি চিঠি ছপা কৰি প্ৰকাশ কৰিছিলো।

এই সত্ৰ দুখনৰ বিৰোধিতাৰ কাৰণে ১৯২১ চনত মাজুলীত আমি কংগ্ৰেছৰ কামত সুচাৰুৰূপে আগবাঢ়িব নোৱাৰিছিলোঁ। কেৱল মাত্ৰ গড়মূৰ সত্ৰৰ সহায়ত চেলেকা চুবুৰীয়াকৈ ঠায়ে ঠায়ে কংগ্ৰেছৰ সভা পাতিছিলোহঁক। সেই সময়তে গড়মূৰৰ সত্ৰাধিকাৰ পীতাম্বৰ দেৱ গোস্বামী প্ৰভুৱে সমাজ আৰু সত্ৰসমূহৰ সংস্কাৰ কাৰ্যত বিশেষকৈ আত্ম নিয়োগ কৰিছিল। সত্ৰসমূহৰ দোষ-ত্ৰুটী বিলাকলৈ স্পষ্টভাৱে আঙুলিয়াই দিয়াত প্ৰায়সকল সত্ৰাধিকাৰে তেখেতক সুদৃষ্টিৰে নাচাইছিল। আমি কৰতিপাৰৰ পৰা ঘূৰি আহি গড়মূৰ সত্ৰ সোমোৱাত সত্ৰাধিকাৰ প্ৰভুৱে আমাক মৰম আৰু যতন কৰি এৰাতি ৰাখিছিল। আমি অসহযোগ আন্দোলন সম্পৰ্কে বিশদভাৱে আলোচনা